

# সূচীপত্ৰ


| | |
|---|---|
| উলিয়ানভৰ পৰিয়াল | ৫ |
| চেন্টপিটাৰ্ছবাৰ্গত লেনিন | ১১ |
| নিবাসন | ১৫ |
| শ্ৰমিকশ্ৰেণীৰ পাৰ্টিৰ প্ৰতিষ্ঠা | ১৯ |
| ১৯০৫ চন | ২৫ |
| বাস্তৱিকাকত "প্ৰাভদা" | ৩৩ |
| প্ৰথম বিশ্বযুদ্ধ | ৩৯ |
| অক্টোবৰ মহাবিপ্লৱ | ৪৫ |
| নতুন ৰুছিয়া | ৫৫ |
| উপনিবেশৰ বন্ধু আৰু শিক্ষক | ৬৯ |
| লেনিনে চিত্ৰিত কৰা পথেদি | ৭৫ |
| আজিৰ ছোভিয়েত ইউনিয়ন | ৮১ |
| বিদেশৰ অতিথিয়ে কোৱা কথা | ৮৭ |
| আন্তৰ্জাতিক ঘটনা | ৯৩ |

।

আমাৰ এই গ্ৰহটোত চাৰে তিনি হেজাৰ নিযুত মানুহ বাস কৰে, আৰু এই কথা কলে অলপো অত্যুক্তি কৰা নহব যে সকলো ঠাইতে কোনোবা নহয় কোনোবা আছে যি লেনিনৰ বিষয়ে শুনিছে।

কিয় ?

কিয়নো লেনিনৰ নামটো জড়িত আছে ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ লগত, যি বিপ্লৱে কেৱল ৰুছিয়াৰ কাৰণেই নহয়, সমগ্ৰ মানৱ সমাজৰ কাৰণেই সমাজতন্ত্ৰৰ পথ মুকলি কৰি দিলে।

কিয়নো লেনিনে সেইসকলৰ সুখৰ কাৰণেই সংগ্ৰাম কৰিছিল যিসকলে নিজৰ শ্ৰমৰদ্বাৰা আমাৰ পৃথিৱীখনৰ কল্যাণৰ প্ৰতি অৰিহণা যোগাইছে আৰু ইয়াৰ বৈষয়িক আৰু আত্মিক সম্পদৰ গুণগত পৰিমাণ বৃদ্ধি কৰিছে। বৈজ্ঞানিক সমাজতন্ত্ৰৰ প্ৰতিষ্ঠাতা কাৰ্ল মাৰ্কস আৰু ফ্ৰেডাৰিক এঙ্গেলছৰ পাছত আন আৰু কোনেও সেই উদ্দেশ্যে এনেদৰে সংগ্ৰাম কৰা নাছিল।



## উলিয়ানভৰ পৰিয়াল

মহান ৰুছ নদী ভল্গাৰ পাৰত অৱস্থিত ছিমবিৰ্স্ক নগৰত ( বৰ্তমান উলিয়ানভ ) ১৮৭০ চনৰ ২২ এপ্ৰিল তাৰিখে ভ্লাদিমিৰ ইলিচ উলিয়ানভ ( লেনিন )-ৰ জন্ম হয়।

তেওঁৰ দেউতাক ইলিয়া নিকোলায়েভিচ উলিয়ানভ এক নিম্ন-মধ্যবিত্ত পৰিয়ালৰ মানুহ আছিল। কঠোৰ পৰিশ্ৰমৰ ফলতেই তেওঁ কাজান বিশ্ববিদ্যালয়ৰপৰা উপাধি লাভ কৰাত সফল হৈছিল আৰু মাধ্যমিক স্কুলসমূহত গণিত আৰু পদাৰ্থবিদ্যাৰ শিক্ষক হব পাৰিছিল। অৱশেষত তেওঁক ৰাষ্ট্ৰীয় স্কুলসমূহৰ শিক্ষাধিকাৰ নিয়োগ কৰা হয়। প্ৰগতিশীল দৃষ্টিভঙ্গীৰ লোক হিচাপে আৰু উৎসৰ্গীকৃত শিক্ষক হিচাপে ইলিয়া উলিয়ানভে সাৰ্বজনীন শ্ৰদ্ধা উপভোগ কৰিছিল।

লেনিনৰ মাক মাৰিয়া আলেকজান্দ্ৰোভনা আছিল এজন চিকিৎসকৰ জীয়েক। তেওঁক ঘৰতে শিক্ষা দিয়া হৈছিল য'ত তেওঁ কেইবাটাও বিদেশী ভাষা শিকিছিল আৰু সাহিত্য বিষয়ে এক ব্যাপক

জ্ঞান লাভ কৰিছিল। তেওঁ সঙ্গীত ভাল পাইছিল আৰু খুব ভাল ধৰণে পিয়ানো বজাব পাৰিছিল।

তেওঁ তেওঁৰ জীৱনত বহু কঠোৰ পৰীক্ষাৰ সম্মুখীন হব লগা হৈছিল—তেওঁৰ সন্তানবিলাকে বিপ্লৱৰ পথ গ্ৰহণ কৰিলে আৰু সেই সময়ত ৰুছিয়াত শাসন কৰি থকা জাৰৰ চৰকাৰৰদ্বাৰা তেওঁলোক নিৰ্য্যাতিত হৈছিল। তেওঁ আছিল এগৰাকী বলিষ্ঠ চৰিত্ৰ আৰু প্ৰবল ইচ্ছাশক্তিৰ মহিলা, সেইকাৰণেই কোনো বিপদেই তেওঁক সেও কৰিব পৰা নাছিল। তেওঁ সদায়ে তেওঁৰ সন্তানকেইটিৰ পক্ষে আছিল।

তেওঁৰ সন্তান আছিল ছ'টি: আন্না, আলেকজান্দাৰ, ভ্লাদিমিৰ, অলগা, দ্মিত্ৰি আৰু মাৰিয়া—তিনিটি ছোৱালী আৰু তিনিটি ল'ৰা।

মাক-দেউতাকে দেখুওৱা ব্যক্তিগত উদাহৰণেই ল'ৰা-ছোৱালী কেইটিক সজ হৈ উঠাত আৰু মানবিক মূল্যবোধৰ গুণগ্ৰাহী হোৱাত সহায় কৰিছিল।

ন-বছৰ বয়সত ভলোদিয়া এখন জিম্নাছিয়ামত ভৰ্তি হয়। পৰিয়ালত ভ্লাদিমিৰ উলিয়ানভক সকলোৱে ভলোদিয়া বুলি মাতিছিল। তেওঁ আন্তৰিকতা সহকাৰে পঢ়িবলৈ লৈছিল আৰু সন্মানসহ তেওঁৰ স্কুলৰ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। তেওঁ ১৭ বছৰ বয়সত সোণৰ পদকসহ স্কুল সাং কৰে।

লেনিনৰ শৈশবত আৰু যৌবন কালৰ সময়বোৰ বৰ কঠিন আছিল। তাৰ দুৰ্বল শাসন-প্ৰণালী সংহত কৰাৰ চেষ্টাত জাৰ চৰকাৰে স্বাধীন চিন্তাৰ প্ৰতিটো প্ৰকাশকেই দমন কৰিছিল। কিন্তু গণ-অসন্তুষ্টি দমন কৰাটো অসম্ভৱ। ১৮৮১ চনত, গুপ্ত বিপ্লৱী সংগঠন নৰোদনায়া ভল্যাৰ সন্ত্ৰাসবাদীসকলে জাৰ দ্বিতীয় আলেকজান্দাৰক হত্যা কৰিলে। নৰোদনায়া ভল্যাৰ অৰ্থ হ'ল জনগণৰ ইচ্ছা।

ভ্লাদিমিৰৰ ককায়েক আলেকজান্দাৰ আছিল উচ্চ আদৰ্শৰ আৰু অনমনীয় ইচ্ছাশক্তিৰ এজন প্ৰতিভাসম্পন্ন যুবক।

সেই সময়ত ৰুছিয়াৰ ৰাজধানী আছিল চেণ্ট্ পিটাৰ্ছবাৰ্গ। আলেকজান্দাৰে তাত থকা সময়ত নৰোদনায়া ভল্যা সংগঠনত যোগ দিছিল। ইয়াৰ সভ্যসকলে ভুলভাৱে বিশ্বাস কৰিছিল যে সন্ত্ৰাসৰ মাজেদিয়েই এক নতুন জীৱন আনিব পৰা যাব। তেওঁলোকে জাৰ তৃতীয় আলেকজান্দাৰক হত্যা কৰিবলৈ ষড়যন্ত্ৰ কৰিছিল, কিন্তু চৰকাৰী কৰ্তৃপক্ষই এই কথা গম পালে। ১৮৮৭ চনৰ ১ মাৰ্চৰ দিনা আলেক-জান্দাৰ উলিয়ানভ তেওঁৰ সঙ্গীসকলৰ লগত গ্ৰেপ্তাৰ হ'ল।

মাৰিয়া আলেকজান্দ্ৰোভনাই পুতেকৰ বিচাৰত উপস্থিত থাকিবলৈ সাহসেৰে চেণ্ট্ পিটাৰ্ছবাৰ্গলৈ গ'ল। তেওঁৰ গিৰিয়েক ইলিয়া উলিয়ানভৰ মৃত্যু হৈছিল।

তেওঁৰ স্মৃতিকথাত মাৰিয়া উলিয়ানোভাই লিখিছিল যে বিচাৰৰ সময়ত তেওঁৰ ককায়েকে বিশ্বস্ততাৰ পৰিচয় দিছিল। তেওঁ বিচাৰত নিজ পক্ষ নিজে সমৰ্থন কৰি এক তেজস্বী বক্তৃতা দিছিল। জাৰৰ শাসনব্যৱস্থাৰ পতন যে কেৱল সম্ভৱেই নহয়, অনিবাৰ্যও, এই বক্তৃতাত তেওঁ জোৰ দি কৈছিল।

আলেকজান্দাৰ উলিয়ানভ আৰু তেওঁৰ চাৰিজন সঙ্গীক ১৮৮৭ চনৰ মে' মাহত ফাঁচী দিয়া হয়।

ককায়েকৰ মৃত্যু ভ্লাদিমিৰৰ কাৰণে এটা বৰ ডাঙৰ আঘাত আছিল, কিন্তু লগে লগে ই তেওঁৰ বিপ্লৱী মত শক্তিশালী কৰিলে। তেওঁ অধ্যৱসায় সহকাৰে পঢ়িবলৈ ধৰিলে আৰু স্নাতকসকলৰ ভিতৰত তেৱেঁইহে এজন আছিল যি পৰীক্ষাত সোণৰ পদক লাভ কৰিছিল।

১৮৮৭ চনৰ গ্ৰীষ্মকালত উলিয়ানভ পৰিয়ালটোৱে ছিমবিৰ্স্ক এৰি ভল্গাৰ পাৰৰ ডাঙৰ ব্যৱসায়ী কেন্দ্ৰ কাজানলৈ গ'লগৈ। ভ্লাদিমিৰ বিশ্ববিদ্যালয়ত ভৰ্তি হ'ল ( আইন বিভাগত )।

তাত তেওঁ ছাত্ৰসকলৰ বিপ্লৱী চক্ৰৰ এজন সক্ৰিয় সদস্য হ'ল। তাতেই তেওঁ বিপ্লৱৰ দীক্ষা গ্ৰহণ কৰে।

কাজান বিশ্ববিদ্যালয়ৰ সংবিধান মতে ছাত্র-সমিতিবোৰ নিষিদ্ধ কৰা হৈছিল, আৰু গণতন্ত্ৰৰ অকণমান বিকাশকো দমন কৰা হৈছিল। ১৮৮৭ চনৰ ৪ ডিচেম্বৰৰ দিনা বিক্ষুব্ধ ছাত্রসকল সন্মিলন হলত গোট খাইছিল আৰু দাবী জনাইছিল যে সংবিধান বাতিল কৰিব লাগে আৰু বহিষ্কৃত ছাত্রসকলক পুনৰ্বহাল কৰিব লাগে। এই সভাত লোৱা অংশৰ কাৰণে ভ্লাদিমিৰক বহিষ্কাৰ কৰা হ'ল আৰু পিছত গ্রেপ্তাৰ কৰা হ'ল।

"ডেকা ল'ৰা, বিদ্রোহ কৰি কি লাভ? দেখা জানো নাই তোমাৰ সমুখত এখন দেৱাল আছে?"—ভ্লাদিমিৰক কাৰাগাৰলৈ লৈ যোৱা পুলিচ বিষয়াজনে কলে। যুবকজনে উত্তৰ দিলে, "হয়, কিন্তু সেই দেৱাল পচি গৈছে। সেইখনক ভাল এটা হেঁচা দিয়ক, সি লুটি খাই পৰিব!"

তেওঁক কাজান প্রদেশৰ কোকুছকিনো গাঁৱলৈ নির্বাসন দিয়া হৈছিল (বর্তমান সেই গাঁৱৰ নাম লেনিনো)। কোকুছকিনোত থাকোতে লেনিনে বহুখিনি পঢ়িলে আৰু তেওঁৰ অধ্যয়ন চলায়ে গৈ থাকিল।

তেওঁৰ প্রথম নির্বাসন আছিল প্রায় এবছৰৰ। তাৰ পিছত তেওঁক কাজানলৈ ঘুৰি আহিবলৈ অনুমতি দিয়া হ'ল, কিন্তু তেওঁক বিশ্ববিদ্যালয়ত পুনৰ ভর্তি হবলৈ দিয়া নহ'ল। কিছুদিন পিছতে উলিয়ানভে বিপ্লৱী নিকোলাই ফেদোছেয়েভে সংগঠন কৰা এটা মাক্সবাদী চক্রত যোগ দিলে। তাৰ পিছতেই চিন্তাশীল অধ্যয়ন আৰম্ভ হ'ল মার্ক্সবাদৰ—বিপ্লৱী শিক্ষাৰ এই তত্ত্বৰ প্রতিষ্ঠাতা কার্ল মার্ক্সৰ নাম অনুসৰি ইয়াক মার্ক্সবাদ বোলা হয়। বিশেষ মনোযোগ দিয়া হৈছিল মার্ক্সৰ মুখ্য ৰচনা 'কেপিটাল'ৰ ওপৰত।

কাজানৰপৰা উলিয়ানভ পৰিয়াল ছামাৰালৈ গ'লগৈ (বর্তমান কুইবিছেভ)।

বিশ্ববিদ্যালয়ত প্ৰবেশ কৰিবলৈ নিদিয়াত, লেনিনে তেওঁৰ বিশ্ববিদ্যালয়ৰ পৰীক্ষাত প্ৰাইভেট পাৰ্থী হিচাপে বহাটোকে স্থিৰ কৰিলে। ১৮৯১ চনত চেণ্ট্ পিটাৰ্ছবাৰ্গ বিশ্ববিদ্যালয়ত বসন্ত আৰু শৰৎ কালত, দুটা স্তৰত আইনৰ পৰীক্ষা দিলে, আৰু প্ৰথম বিভাগত পাছ কৰিলে।

ভ্লাদিমিৰ ছামাৰালৈ ঘূৰি আহিল আৰু তাত তেওঁ বিপ্লৱী কাম-কাজত পুনৰ লাগিলহি। তেওঁ কাৰ্ল মাৰ্ক্সৰ তত্বৰ বিৰোধিতা কৰা আৰু শ্ৰমিক শ্ৰেণীৰ শক্তিক কম মূল্য দিয়া নাৰোদনিকছবিলাকৰ বিৰুদ্ধে সংগ্ৰাম কৰিছিল।

ছামাৰাত থাকোতেই লেনিনে মাৰ্ক্স আৰু এঙ্গেল্ছে লিখা কমিউনিষ্ট ইস্তাহাৰ জাৰ্মানৰপৰা ৰুছলৈ অনুবাদ কৰিলে আৰু এটা মাৰ্ক্সবাদী চক্ৰ সংগঠন কৰিলে। এই চক্ৰত তেওঁ ইতিহাসৰ ওপৰত এক পৰিণত দৃষ্টিভঙ্গী তুলি ধৰিছিল আৰু স্বৈৰতন্ত্ৰৰ লগত যুঁজিবৰ কাৰণে বিপ্লৱী পদ্ধতিৰ কথা কৈছিল।

ছামাৰাত থকা কালছোৱা খুব তীব্ৰ কামকাজেৰে চিহ্নিত হৈছিল; কিন্তু লেনিনক তেওঁৰ বিপ্লৱী কাম-কাজৰ কাৰণে বৃহত্তৰ সুযোগৰ প্ৰয়োজন হৈছিল আৰু প্ৰয়োজন হৈছিল বহুতো শ্ৰমিক শ্ৰেণীৰ লোকেৰে সৈতে এটা ডাঙৰ শিল্প কেন্দ্ৰ।

১৮৯৩ চনৰ আগষ্ট মাহত তেওঁ জাৰবিলাকৰ স্থান, চেণ্ট পিটাৰ্ছবাৰ্গলৈ গ'ল।



## চেণ্ট পিটাছবাৰ্গত লেনিন

১৯ শতিকাৰ শেহত পুঁজিবাদৰ বিকাশে শ্ৰমিক শ্ৰেণীৰ সংখ্যা-গত শক্তিৰ এক দ্ৰুত বৃদ্ধি আনিলে। কিন্তু শ্ৰমিকসকলৰ অৱস্থা আছিল বৰ্ণনাবো অতীত দুখজনক। ফেক্টৰীবোৰে ব্যাপকভাৱে শিশুৰ শ্ৰম শোষণ কৰিছিল।

মজুৰি হিচাপে শ্ৰমিকসকলে নিচেই অলপমানহে দৰ্মহা পাইছিল, আৰু এইখিনিৰপৰাও সকলো প্ৰকাৰৰ কৰ্তন কৰা হৈছিল আৰু জৰিমনা আদায় কৰা হৈছিল। বহু শিল্প উদ্যোগৰ নিয়োগকাৰীয়ে শ্ৰমিকসকলক বিশেষ বেৰাকত ৰাখিছিল।

এই ভীতিজনক বসবাসৰ অৱস্থাই শ্ৰমিকসকলক প্ৰতিবাদ কৰিবলৈ আগবঢ়াই নিলে। কিন্তু পুঁজিবাদী শোষণৰ বিৰুদ্ধে বিক্ষিপ্ত বিস্ফোৰণ সাধাৰণতে পৰাজয়ত শেষ হৈছিল।

শ্ৰমিকসকলক সংগঠিত কৰাটো, তেওঁলোকৰ ঐতিহাসিক ভূমিকা সম্পৰ্কে বুজোৱাটো আৰু তেওঁলোকক ৰাজনৈতিকভাৱে শিক্ষিত

কৰাটো প্ৰয়োজন হৈ পৰিছিল।

প্ৰলিটাৰিয়েটসকলৰ প্ৰয়োজন আছিল নিজস্ব বিপ্লৱী পাৰ্টিৰ— কমিউনিষ্ট পাৰ্টিৰ। প্ৰচণ্ড কৰ্মশক্তি আৰু ভাবাবেগেৰে ইয়াক সৃষ্টি কৰাৰ কামত লেনিন নিমগ্ন হ'ল।

শ্ৰমিকসকলৰ ভিতৰতে যোগ্য লোক, সুদক্ষ সংগঠক আৰু প্ৰচাৰক লেনিনে বিচাৰি পাইছিল যিসকল শেহত গৈ আই. বাবুস্কিন আৰু ভি. ছেলগুনভৰ দৰে প্ৰখ্যাত বিপ্লৱী হৈছিলগৈ।

১৮৯৪ চনৰ আৰম্ভণিতে ভ্লাদিমিৰ ইলিচৰ নাদেঝদা ক্ৰুপস্কায়াৰ লগত দেখা হৈছিল। ক্ৰুপস্কায়াই এটা সান্ধ্য ৰবিবৰীয়া স্কুলত শিক্ষকতা কৰিছিল।

শ্ৰমিকসকলৰ এটা স্বাধীন পাৰ্টি গঢ়ি তোলাটো নিচেই সহজ কাম নাছিল। সেই বছৰবোৰত ৰুছিয়াত নাৰোদনিক (পপুলিষ্ট) আন্দোলন চলিছিল। ইয়াৰ সমৰ্থকসকলে বিশ্বাস কৰিছিল যে ৰুছিয়াত পুঁজিবাদৰ বিকাশ নহয় আৰু বিপ্লৱী সংগ্ৰামত যে শ্ৰমিক শ্ৰেণীয়ে এক নিৰ্দ্ধাৰণকাৰী ভূমিকা লব এই কথা তেওঁলোকে অস্বীকাৰ কৰিছিল।

জনসাধাৰণক শুদ্ধ মতবাদেৰে সজ্জিত কৰাটো লেনিনে অত্যাৱশ্যক বুলি ভাবিছিল। নিজৰ পাৰ্টিৰদ্বাৰা পৰিচালিত হৈ আৰু কৃষকসকলৰ মৈত্ৰীৰে একমাত্ৰ শ্ৰমিক শ্ৰেণীয়েইহে জাৰতন্ত্ৰক উৎখাত কৰিব পাৰে এইটো দেখুওৱাটোও লেনিনে অত্যাৱশ্যক বুলি ভাবিছিল। এই উদ্দেশ্যে শ্ৰমিক শ্ৰেণীয়ে, প্ৰথমতঃ আৰু প্ৰধানতঃ, বৈজ্ঞানিক সমাজতন্ত্ৰৰ মতবাদ আয়ত্ত কৰিব লাগিব।

অন্যান্য দেশত শ্ৰমিক শ্ৰেণীৰ আন্দোলনৰ অভিজ্ঞতা অধ্যয়ন কৰি চাবলৈ ১৮৯৫ চনৰ বসন্ত কালত পোন প্ৰথমবাৰৰ কাৰণে লেনিন বিদেশলৈ যায়।

সেই বছৰ শৰৎ কালতেই তেওঁ ৰুছিয়ালৈ ঘূৰি আহি চেণ্ট পিটাৰ্ছবাৰ্গৰ মাৰ্ক্সবাদী চক্ৰবোৰ এটা ৰাজনৈতিক সংগঠনত ঐক্যবদ্ধ

কৰিছিল আৰু এই সংগঠনক 'লীগ অব্ ষ্ট্ৰাগ্‌ল ফৰ্ দি ইমানছিপেছন অব্ দি ওৱৰ্কিং ক্লাছ' নাম দিয়া হৈছিল।

এনে ধৰণৰ সংগঠন আৰু ইউনিয়নবোৰে অন্যান্য ৰুছ নগৰ-বোৰতো দেখা দিলে—মস্কো, কিয়েভ, তুলা, ইয়াৰোস্লাভ্‌ল আৰু অন্যান্য কেন্দ্ৰবোৰত।

এই 'লীগ'ৰ সৃষ্টি আছিল এক উল্লেখযোগ্য গুৰুত্বপূৰ্ণ কথা।

বিপ্লৱী আন্দোলন সম্প্ৰসাৰণ কৰিবলৈ এখন সংবাদপত্ৰৰ প্ৰয়োজন হৈছিল জনতাৰ লগত দৈনন্দিন যোগাযোগৰ কাৰণে।

লেনিন আৰু তেওঁৰ সহযোগীসকলে ৰাবোচেয়ে দেলো ( শ্ৰমিকৰ স্বাৰ্থ ) নামে কাকতখন চলাবলৈ সিদ্ধান্ত কৰিলে। কাকতখনৰ প্ৰথম সংখ্যাটো প্ৰায় সেই সময়তেই ওলাব লগা আছিল যেতিয়া, পুলিচৰ হঠাৎ আক্ৰমণৰ ফলত, লেনিন আৰু তেওঁৰ কমৰেডসকলক গ্ৰেপ্তাৰ কৰা আৰু কাৰাগাৰলৈ পঠোৱা হ'ল।

কাৰাগাৰৰ ভিতৰত থাকোতেও, তেওঁ 'লীগ অব ষ্ট্ৰাগ্‌ল্' পৰিচালনা কৰিছিল, পুস্তিকা আৰু ঘোষণাপত্ৰবোৰ লিখিছিল যিবোৰ গুপ্তভাৱে কাৰাগাৰৰপৰা বাহিৰ কৰি পঠোৱা হৈছিল আৰু গুপ্তভাৱে প্ৰকাশ কৰা হৈছিল। এই সময়তে তেওঁ ৰুছিয়াত পুঁজিবাদৰ বিকাশ লিখিবলৈ আৰম্ভ কৰে।

১৮৯৭ চনৰ আগভাগতে জাৰ আদালতে লেনিনক তিনি বছৰ পূব ছাইবেৰিয়াত নিৰ্বাসনৰ দণ্ডাদেশ দিলে।



## নির্বাসন

বিপ্লৱৰ আগতে ছাইবেৰিয়া আজিৰ দিনৰ তুলনাত বহুত বেলেগ আছিল। প্ৰাকৃতিক সম্পদত অতিকৈ চহকী, ছাইবেৰিয়াৰ আজি আছে:এক উচ্চ বিকশিত শিল্প আৰু কৃষি, ডাঙৰ ডাঙৰ শিল্প উদ্যোগ, বিদ্যুৎকেন্দ্ৰ, নতুন ৰেলপথবোৰ।

কিন্তু আগতে ইয়াক পাণ্ডৱবৰ্জিত অঞ্চল হিচাপেই আওকাণ কৰা হৈছিল।

লেনিনক ইয়েনিছেই প্ৰদেশৰ ছুছেনস্কোয়ে গাঁৱলৈ নিৰ্বাসনত পঠোৱা হৈছিল। ৰেলেৰে মস্কোৰপৰা ক্ৰাস্নোয়াৰ্স্কলৈ যাওঁতে নিৰ্বাসিতজনক দহ দিনৰো বেছি লাগিছিল। তাৰ পিছত নাৱেৰে আৰু আগলৈ যাবৰ কাৰণে বৰফবোৰ গলিবৰ কাৰণে তেওঁ আৰু দুমাহমান অপেক্ষা কৰিব লগা হৈছিল। মিনুছিনস্কলৈ তেওঁৰ নৌকা-যাত্ৰাই পূৰা এসপ্তাহ লৈছিল। তাৰপৰা পুলিচৰ পহৰাত তেওঁ ছুছেনস্কোয়েলৈ শ শ মাইল ৰাস্তা গাড়ীৰে যাব লগা হৈছিল।

২২ ফেব্রুৱাৰীৰ দিনা মস্কো এৰি তেওঁ ১৮৯৭ চনৰ ৮ মে'ৰ দিনা ছুছেনস্কোয়ে পালেগৈ।

নির্বাসনত থকাটো আছিল কঠিন কাম। ইউৰোপীয় ৰুছিয়াৰ পৰা ডাক গৈ সেইখিনি পাওঁতে প্রায় ১৫ দিন লাগিছিল। তেওঁৰ আত্মীয়-স্বজন, বন্ধু-বান্ধবে পঠোৱা চিঠিবোৰ তেওঁ প্রায় নাপাইছিলেই। কিন্তু ইমানতো লেনিন আগৰ দৰেই সমানে আশাবাদী আছিল। তেওঁ চেণ্ট পিটার্ছবার্গ, মস্কো আৰু শ্রমিক আন্দোলনৰ অন্যান্য কেন্দ্রবোৰৰ লগত পত্র-বিনিময় আৰম্ভ কৰিছিল।

সমগ্র ছাইবেৰিয়াতে সিঁচৰতি হৈ থকা নির্বাসিত লোকসকলৰ লগত লেনিনে পত্র-বিনিময় কৰিছিল, তেওঁলোকক আশ্বাস দিছিল আৰু উৎসাহিত কৰিছিল।

'লীগ অব ষ্ট্রাগ্‌ল'ৰ বিৰুদ্ধে এটা মামলাৰ সূত্রত নাদেঝদা ক্রুপস্কায়া তিনি বছৰলৈ নির্বাসিত হৈছিল। তেওঁ লেনিনৰ বাগদত্তা ৰমণী এই অজুহাতত তেওঁ ছুছেনস্কোয়ে গাঁৱলৈ যাবলৈ অনুমতি বিচাৰিলে। লেনিনেও নিজৰ ফালৰপৰা ক্রুপস্কায়াক ছুছেন-স্কায়ালৈ আহিবলৈ দিবলৈ অনুমতি বিচাৰিলে। ক্রুপস্কায়াই লগত মাকক লৈ ১৮৯৮ চনৰ মে' মাহত সেইখিনি পালেগৈ।

নির্বাসনত থাকোতে লেনিনে খুব কঠোৰভাৱে কাম কৰিছিল। তেওঁ ত্রিশ খনবো ওপৰ পুস্তক-পুস্তিকা ৰচনা কৰিছিল। সেইবোৰৰ ভিতৰত আটাইতকৈ গুৰুত্বপূর্ণ আছিল 'দি টাস্কছ অব দি ৰাছিয়ান ছছিয়েল-ডিমক্রেটছ' আৰু 'দি ডেভেলপমেণ্ট অব কেপিটেলিজম্ ইন ৰাছিয়া'।

দ্বিতীয় কিতাপখন সম্পূর্ণ কৰিবলৈ লেনিনক কেইবা বছৰো লাগিছিল। এইখনৰ কাৰণে প্রস্তুতি চলাওঁতে তেওঁ শই শই কিতাপ আৰু বহুত পৰিসংখ্যানতত্ত্ব পঢ়িব লগা হৈছিল।

লেনিনে প্রমাণ কৰি দেখুৱাইছিল যে সমাজতন্ত্রক বিজয়ী কৰিবলৈ

হলে শ্ৰমিক আৰু কৃষকসকলৰ দৃঢ় মৈত্ৰী হোৱাটো অতি প্ৰয়োজনীয় আছিল আৰু অতি জঙ্গী হিচাপে, শ্ৰমিক শ্ৰেণীয়েই আহিব ধৰা বিপ্লৱত প্ৰধান ভূমিকা গ্ৰহণ কৰিব।

আজি, কমিউনিষ্ট আৰু ওৱৰ্কাৰ্ছ পাৰ্টিসমূহে সংশোধনবাদ আৰু মতান্ধতাৰ বিৰুদ্ধে সংগ্ৰামৰ কাৰণে আহ্বান জনাইছে। যি সময়ত লেনিনে তেওঁৰ বিপ্লৱী কাৰ্য্য-কলাপ আৰম্ভ কৰিছিল, তেতিয়া কিছু-সংখ্যক সুবিধাবাদীয়ে শ্ৰমিক শ্ৰেণীক বিশৃঙ্খল কৰিবলৈ, মাৰ্ক্সবাদী শিক্ষাক বিকৃত কৰিবলৈ বিচাৰিছিল। তেওঁলোকৰ ভিতৰতে আছিল জাৰ্মান ছছিয়েল-ডিমোক্ৰেট এডৱাৰ্ড বাৰ্নষ্টেইন। তেওঁ এখন কিতাপ প্ৰকাশ কৰিছিল য'ত তেওঁ মাৰ্ক্সবাদক সংশোধন কৰিছিল আৰু শ্ৰমিক শ্ৰেণীৰদ্বাৰা বিপ্লৱী সংগ্ৰাম নাকচ কৰাৰ ওকালতি কৰিছিল।

লেনিনে মাৰ্ক্সবাদক বিকৃত কৰাৰ কাৰণে এডৱাৰ্ড বাৰ্নষ্টেইনক খুব জোৰেৰে সমালোচনা কৰিছিল।

১৯০০ চনৰ জানুৱাৰী মাহৰ শেহত লেনিনক নিৰ্বাসনৰপৰা ঘৰলৈ ঘূৰি আহিবলৈ দিয়া হ'ল।



## শ্ৰমিকশ্ৰেণীৰ পাৰ্টিৰ প্ৰতিষ্ঠা

জাৰ চৰকাৰে লেনিনক ৰাজধানীত অথবা দেশৰ যি কোনো শিল্পকেন্দ্ৰত থাকিবলৈ নিষেধ কৰিলে। সেই কাৰণে তেওঁ সৰু নগৰ প্স্কভত থকাটোকে ঠিক কৰিলে। তাৰেপৰাই তেওঁ শ্ৰমিক-সকলৰ মাজত বিপ্লৱী কাম-কাজ চলাবলৈ বুলি. গুপ্তভাৱে চেণ্ট পিটাৰ্ছবাৰ্গ লৈ যাবলৈ ঠিক কৰিলে।

ক্ৰুপস্কায়াৰ তেতিয়াও নিৰ্বাসনৰ এবছৰ কটাবলৈ বাকী আছিল, এইবাৰ ছাইবেৰিয়াত নহয়, বৰং উফা প্ৰদেশতহে। যাতে তেওঁ বসতি লব পাৰে তাৰ কাৰণে সহায় কৰিবলৈ লেনিন উফালৈ গ'ল। তাতে তেওঁ কোনো কোনো ছচিয়েল-ডিমোক্ৰেটক লগ পালে।

পুলিচৰ নিষেধাজ্ঞা অমান্য কৰিও, তেওঁ আন আন ছচিয়েল-ডিমোক্ৰেটক লগ পাবলৈ বুলি মস্কোলৈ গ'ল। তাৰ পিছত তেওঁৰ লগৰীয়াসকলক লগ ধৰিবলৈ বুলি তেওঁ গুপ্তভাৱে এবাৰ চেণ্ট পিটাৰ্ছ-বাৰ্গ লৈও গ'ল।



তেওঁ প্‌স্কভ আৰু ৰিগালৈও গৈছিল, তাৰ পিছত আকৌ চেণ্ট পিটাৰ্ছবাৰ্গলৈও। তাৰপৰা উফা, নিঝনি নভ্‌গৰদ, ছামাৰা, স্মলেনস্ক্‌ আৰু অন্যান্য নগৰলৈও গৈছিল।

তেওঁ এখন নিখিল-ৰুছ ৰাজনৈতিক বাতৰি-কাকত প্ৰকাশৰ পথ মুকলি কৰিছিল, যিখনে শ্ৰমিকশ্ৰেণীৰ পাৰ্টি সংগঠনত সহায় কৰিব।

১৯০০ খৃষ্টাব্দৰ জহকালিৰ মাজভাগত লেনিনে অশেষ আহুকালৰ মাজেদি দেশ এৰি বাহিৰলৈ যাবলৈ সমৰ্থ হ'ল। এয়াই তেওঁৰ বিদেশত বসবাস কৰাৰ বাবে স্বদেশত্যাগৰ প্ৰথম কালছোৱা আৰু এই অৱস্থা চলিছিল পাঁচ বছৰ। এই সময়ছোৱা তেওঁ কটাইছিল ছুইজাৰলেণ্ড, জাৰ্মানি, চেকোস্লোভাকিয়া, ব্ৰিটেইন আৰু ফ্ৰান্সত।

লেনিনৰ কাৰ্য্যাৱলী সম্পৰ্কে হাজাৰ হাজাৰ গ্ৰন্থ আৰু লাখ লাখ প্ৰবন্ধ আজিলৈকে লিখা হৈছে। এই ক্ষুদ্ৰ গ্ৰন্থখনি বিশ্বৰ শ্ৰমজীৱী জনগণৰ এই মহান নেতা আৰু শিক্ষকজনাৰ জীৱনৰ সকলো দিশ এনেকি চমুকৈ বৰ্ণনা কৰিবলৈকো নিচেই সংক্ষিপ্ত।

লেনিনৰ প্ৰথম দেশান্তৰী অৱস্থাৰ কালছোৱাত যিবিলাক প্ৰধান ঘটনা ঘটিছিল তাৰ ভিতৰত অন্যতম সবাতোকৈ গুৰুত্বপূৰ্ণ ঘটনা হ'ল ইস্ক্ৰা ( স্ফুলিঙ্গ ) কাকতৰ প্ৰকাশ। ইয়াৰ উদ্দেশ্য আছিল ৰুছ শ্ৰমিকসকলৰ মাজত মাৰ্ক্সবাদী ধ্যান-ধাৰণাৰ প্ৰসাৰ ঘটোৱা।

কাকতখনিৰ প্ৰথম সংখ্যা প্ৰকাশ হৈছিল ১৯০১ চনৰ জানুৱাৰীত। ইয়াৰ শ্লোগান হিচাপে কাকতখনিত আছিল এশাৰী উদ্ধৃতি—নিৰ্বাসিত ডিচেম্ব্ৰিষ্টসকলে ৰুছিয়াৰ মহান কবি পুস্কিনলৈ দিয়া উত্তৰৰপৰা। "ফিৰিঙতিৰপৰাই দাবানল জ্বলি উঠিব।"

এইখিনিতে ডিচেম্ব্ৰিষ্টসকলৰ বিষয়ে দুই-একাষাৰ কোৱা যাওক।

১৮২৫ চনত ৰুছিয়া শাসিত হৈছিল জাৰ প্ৰথম নিকোলাইৰদ্বাৰা। তেওঁৰ পাশৱিক অত্যাচাৰৰ কাৰণে তেওঁক 'পালকিত' ( টোকোন ) উপনামেৰে অভিহিত কৰা হৈছিল। সেইকালত ৰুছ সম্ভ্ৰান্ত শ্ৰেণীৰ,

প্ৰধানতঃ উচ্চপদস্থ বিষয়াসকলৰ মাজত কিছুসংখ্যক প্ৰগতিশীল লোক আছিল; তেওঁলোকে জাৰৰ বিৰুদ্ধে এক অভ্যুত্থান সংগঠিত কৰাৰ সিদ্ধান্ত কৰিলে যাতে তেওঁক উচ্ছেদ কৰি জনসাধাৰণৰ ভবিষ্যত উজ্জ্বল কৰা যায়। ১৮২৫ চনৰ ২৫ ডিচেম্বৰত বহুতো বিদ্ৰোহী ইউনিটে ৰাজপ্ৰাসাদৰ সমুখত চিনেট স্কোৱাৰত প্ৰকাশ্যে বিদ্ৰোহ ঘোষণা কৰিলে। কিন্তু এই বিদ্ৰোহ ব্যৰ্থ হ'ল। বিদ্ৰোহৰ সংগঠকসকলক বন্দী কৰা হ'ল আৰু বিচাৰ কৰা হ'ল। তেওঁলোকৰ কিছুমানক প্ৰাণদণ্ড, আনসকলক যাবজ্জীৱন সশ্ৰম কাৰাদণ্ড দিলে।

এই বিদ্ৰোহ সংঘটিত হৈছিল ডিচেম্বৰ মাহত, সেয়ে তাৰপৰাই ডিচেম্ব্ৰিষ্ট শব্দৰ উৎপত্তি। তেওঁলোকৰ প্ৰতি উৎসৰ্গীকৃত পুস্কিনৰ কবিতাৰ এক সমিধান-বাণীত ডিচেম্ব্ৰিষ্টসকলে তেওঁলোকৰ লক্ষ্যক, তেওঁলোকৰ সংগ্ৰামক ফিৰিঙতি এটাৰ লগত তুলনা কৰিছিল, যি জ্বলাই তুলিব একুৰা দপদপীয়া জুই। সেই কাৰণে কথাকেইটিক এক সংগ্ৰামী শ্লোগান হিচাপে বাছি লোৱা হৈছিল।

এই সংবাদপত্ৰ সংগঠন কৰাত লেনিন আছিল অত্যন্ত সক্ৰিয়। তেওঁ অজস্ৰ প্ৰবন্ধ-পাতিৰে কাকতখনি সমৃদ্ধ কৰিছিল, আৰু সমগ্ৰ ৰুছিয়াৰপৰা সম্পাদকমণ্ডলীৰ ওচৰলৈ যিবোৰ চিঠিপত্ৰ আহিছিল, সেইবোৰ বাছি-মেলি প্ৰকাশ কৰিছিল। ১৯০১ চনৰ শেহৰপৰা তেওঁৰ কিছু প্ৰবন্ধত লেনিন নামেৰে স্বাক্ষৰ দিবলৈ লয়। এই ছদ্মনাম তেওঁ লৈছিল বিশাল ছাইবেৰীয় লেনা নদীৰ নাম অনুসৰি।

ইস্ক্ৰা-ৰ সম্পাদকমণ্ডলীৰ সদস্যসকলৰ মাজত অপ্ৰত্যাশিত মতভেদ দেখা দিয়াত পৰস্পৰ অবিশ্বাসৰ সৃষ্টি হ'ল। ইয়ে প্ৰতিফলিত কৰিছিল ৰুছিয়াৰ ৰাজনৈতিক পৰিস্থিতি আৰু শ্ৰেণীসংগ্ৰাম, যি ইয়াৰ বিকাশৰ ধাৰা হিচাপে নতুন ৰূপ ধাৰণ কৰিছিল।

পাৰ্টিৰ লক্ষ্য সুনিৰ্দিষ্টভাৱে ব্যাখ্যা কৰা এক মূলগত দলিল, পাৰ্টিৰ কৰ্মসূচীৰ খচৰা প্ৰস্তুত কৰোতে এই মতভেদ তীব্ৰতৰ হৈ উঠে।

কাকতখনে কছ ছচিয়েল-ডেমক্রেটিক লেবাৰ পাৰ্টি (আৰ. এছ. ডি. এল. পি )ৰ দ্বিতীয় কংগ্ৰেছৰ* প্ৰস্তুতিত সাহায্য কৰিলে।

দ্বিতীয় কংগ্ৰেছে আৰ. এছ. ডি. এল. পি-ক সাঁচত গঢ়িলে আৰু ইয়াকেই পিছত ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টি (চি. পি. এছ. ইউ) বুলি নতুনকৈ নামকৰণ কৰা হয়।

দ্বিতীয় কংগ্ৰেছত ২৬টি পাৰ্টি সংগঠনক প্ৰতিনিধিত্ব কৰি ৪৩ জন প্ৰতিনিধি উপস্থিত আছিল।

মন কৰিব লগীয়া কথা যে, ১৯৬৬ চনত অনুষ্ঠিত ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ ২৩ শ কংগ্ৰেছত পাৰ্টিৰ প্ৰায় ২০ নিযুত সদস্য আৰু প্ৰাৰ্থী সদস্যক প্ৰতিনিধিত্ব কৰি ৫,০০০ৰো অধিক প্ৰতিনিধি উপস্থিত আছিল।

এই সংখ্যাবোৰেই তাৰ প্ৰমাণ দিয়ে।

পাৰ্টি-সদস্যপদৰ প্ৰশ্নটো সেই কংগ্ৰেছত তুমুল তৰ্ক-বিতৰ্কৰ মাজেদি আলোচিত হয়। কোনো কোনো প্ৰতিনিধিয়ে দাবী কৰিছিল যে, পাৰ্টি-সদস্যপদৰ অনিবাৰ্য্য ফলস্বৰূপেই এটা পাৰ্টি-সংগঠনত ভুক্ত হব লাগিব বুলি তেনে কোনো কথা নাই। তেওঁলোকৰ মতে, পাৰ্টিৰ কামকাজত অংশ গ্ৰহণ আৰু সহায় কৰিলেই যথেষ্ট।

লেনিনে কিন্তু ভিন্ন প্ৰকাৰে চিন্তা কৰিছিল। তেওঁৰ মতে, শ্ৰমিকশ্ৰেণীৰ এটা পাৰ্টিত সুদৃঢ় নিয়মানুবৰ্তিতা থাকিব লাগিব। পাৰ্টি-সদস্য এজন পাৰ্টি-সংগঠনত ভুক্ত হব লাগিব আৰু ইয়াৰ কামকাজত সক্ৰিয় অংশ গ্ৰহণ কৰিব লাগিব। এজন পাৰ্টি-সদস্যই পাৰ্টিৰ সিদ্ধান্ত মানি চলিব লাগিব। ইয়াৰ অন্যথা হব নোৱাৰে।

---

* বিৰাট প্ৰস্তুতিপৰ্বৰ পিছত নিৰ্দিষ্টকালৰ অন্তৰে অন্তৰে অনুষ্ঠিত পাৰ্টিৰ পূৰ্ণাঙ্গ বৈঠকবোৰক কংগ্ৰেছ বোলা হৈছিল। ইয়াত আহিব ধৰা কালছোৱাৰ কাৰণে প্ৰধান সিদ্ধান্তাৱলী গৃহীত হয় আৰু পাৰ্টিৰ কাৰণে সেইবোৰ বাধ্যতামূলক হৈ যায়।

পার্টি হৈছে শ্ৰমিকশ্ৰেণীৰ অগ্ৰগামী বাহিনী আৰু ই সক্ৰিয়তা আৰু সংযোগৰ এক উচ্চ মান প্ৰদৰ্শন কৰিব লাগিব।

অন্যান্য প্ৰশ্ন সম্পৰ্কেও উত্তপ্ত তৰ্ক-বিতৰ্ক চলিল, কিন্তু লেনিনে তেওঁৰ মতামতৰ সপক্ষে দৃঢ় আৰু অবিচলভাৱে সংগ্ৰাম কৰিলে। বহুতো বৃহৎ পাৰ্টি কমিটিয়ে তেওঁৰ নীতিত সমৰ্থন জানালে। সুবিধাবাদীসকলে তেওঁলোকৰ প্ৰস্তাবসমূহ প্ৰত্যাখ্যাত হোৱাত, তাৰ প্ৰতিবাদস্বৰূপে কংগ্ৰেছ ত্যাগ কৰি গুচি আহিল। কিন্তু তেওঁলোক আছিল সংখ্যালঘু অংশ। তাৰ পিছত, অধিকাংশৰ সমৰ্থন লাভ কৰা লেনিনৰ সমৰ্থকসকল বলছেভিক (সংখ্যাগুৰু) হিচাপে জনাজাত হবলৈ ধৰিলে; আনহাতে লেনিনৰ বিৰোধীসকল যিসকল আছিল সংখ্যালঘু, তেওঁলোক মেনছেভিক (সংখ্যালঘু) নামে জনাজাত হ'ল।

দ্বিতীয় আৰ. এছ. ডি. এল. পি. কংগ্ৰেছৰ প্ৰধান ফলশ্ৰুতি আছিল ৰুছিয়াৰ শ্ৰমিক-শ্ৰেণীৰ মাৰ্ক্সবাদী পাৰ্টি এটাৰ প্ৰতিষ্ঠালাভ। এই পাৰ্টিয়েই ১৯১৭ চনৰ মহান সমাজতান্ত্ৰিক বিপ্লৱৰ কালে দেশক পৰিচালনা কৰিলে। এই কাৰণেই সেই দ্বিতীয় কংগ্ৰেছ আছিল বিশ্ব শ্ৰমিক আন্দোলনত এক দিকচিহ্ন।

সেই কংগ্ৰেছত বিকাশলাভ কৰা এই সংগ্ৰাম বহুদিন ধৰি চলি থাকিল, আৰু লেনিনে অবিচলভাৱে উৰ্দ্ধত তুলি ধৰিলে মাৰ্ক্সবাদৰ মূল নীতি আৰু শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থ। যিসকলে মাৰ্ক্সবাদক বিকৃত কৰিছিল, মুখেৰে "বামপন্থী" বৰ-কথা মাতিছিল, তেওঁলোকক লেনিনে নিৰ্দয়ভাৱে ভৎসনা কৰিছিল—তেওঁলোকে নিজক "বিপ্লৱী" প্ৰমাণ কৰিব খুজিলেও, কাৰ্য্যতঃ তেওঁলোকে কিন্তু শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থকেই বিশ্বাসঘাতকতা কৰিছিল।

সুবিধাবাদীসকলৰ প্ৰতি লেনিনৰ বিৰোধিতা সমগ্ৰ কমিউনিষ্ট আন্দোলনৰ পক্ষে এটা ভাল শিক্ষা হৈছিল। সুবিধাবাদৰ বিৰুদ্ধে সংগ্ৰাম চলাবই লাগিব। শ্ৰমিক শ্ৰেণীৰ মিলিত পাৰ্টি এটাৰ কাৰণে সংগ্ৰামত সদায়েই সুদৃঢ় আৰু স্থিৰ হোৱাটো প্ৰয়োজন।



## ১৯০৫ চন

লেনিনগ্ৰাদত ক্ৰাস্নি পুতিলভেৎছ নামেৰে এটা সুবৃহৎ কাৰখানা আছে। কৃষি যৌথীকৰণৰ বছৰবোৰত ইয়াত উৎপাদন হৈছিল ট্ৰেক্টৰ আৰু দ্বিতীয় মহাসমৰৰ কালছোৱাত উৎপাদন কৰিছিল টেঙ্কবিলাক।

বিপ্লৱৰ পূৰ্বে ইয়াৰ মালিকৰ নাম অনুসৰি পুতিলভ কাৰখানা বোলা হৈছিল। ১৯০৫ চনৰ জানুৱাৰী মাহত এই কাৰখানাৰ ১২ হেজাৰ শ্ৰমিকৰ প্ৰায় আটাইবিলাকেই ধৰ্মঘটত নামিল।

তেওঁলোকৰ সমৰ্থনত আগবাঢ়ি আহিল অন্যান্য কল-কাৰখানাৰ শ্ৰমিকসকলো চাৰি-দিনৰ ভিতৰতে ই এক সাধাৰণ ধৰ্মঘটত পৰিণত হ'ল।

ইতিমধ্যে সম্ৰাট জাৰে চেণ্ট পিটাৰ্ছবাৰ্গত পুলিচ আৰু সেনাবাহিনীত অতিৰিক্ত সৈন্য সমাবেশ কৰি শক্তিশালী কৰিলে। পুলিচবাহিনীয়ে প্ৰৰোচনামূলক ব্যৱস্থা গ্ৰহণ কৰিলে। গাপোন

নামেৰে পুৰোহিতজন আছিল পুলিচৰ এজন এজেণ্ট। তেওঁ এই বুলি প্ৰস্তাব দিলে যে শ্ৰমিকসকলে শোভাযাত্ৰা কৰি ওলাওক আৰু তেওঁ-বিলাকৰ অভাৱ-অভিযোগ জনাই জাৰৰ ওচৰত এখন দৰ্খাস্ত দিয়ক। তেওঁ আৰু কলে যে, জাৰে নিশ্চয় তেওঁলোকক সহায় কৰিব, আৰু তেওঁলোকে ধৰ্মঘট চলাই যোৱাৰ প্ৰয়োজন আৰু প্ৰকৃততেই নাথাকিব।

গাপোনৰ পৰিকল্পনাই সমৰ্থন লাভ কৰিলে। ৯ জানুৱাৰী দেওবাৰৰ দিনা পুৱাতে শ্ৰমিকসকল ৰাজকীয় বাসস্থান শীত প্ৰাসাদ অভিমুখে শোভাযাত্ৰা কৰি ৰাওনা হ'ল। বহুতেই লগত লৈ আহিল নিজৰ তিৰোতা আৰু সন্তানসকলক। তেওঁলোকে বহন কৰি আনিলে বিগ্ৰহ মূৰ্তি আৰু জাৰৰ প্ৰতিকৃতি। সৰল, হোজা, নিৰস্ত্ৰ এই জনগণক কিন্তু বন্দুকৰ গুলীৰেহে প্ৰত্যুত্তৰ দিলে। এহেজাৰৰো ওপৰ লোক নিহত হ'ল আৰু আহত হ'ল প্ৰায় পাঁচ হেজাৰ।

এই ঘটনাই দেশখনক শোকাভিভূত কৰিলে; তীব্ৰ ক্ৰোধ আৰু ঘৃণা জন্মালে। আৰু এই বিশ্বাসঘাতকতা বহু বছৰলৈ স্মৃতিত ভাহি ৰ'ল। এই কথা প্ৰতিফলিত হয় ৰুছ শিল্পকলাৰ অজস্ৰ ৰচনাত। উদাহৰণস্বৰূপে, ১৯০৫ চনৰ ঘটনাৱলীৰ প্ৰভাৱৰ ফলস্বৰূপেই গৰ্কীৰ লিখনীত সৃষ্টি হৈছিল অনন্যসাধাৰণ মহৎ উপন্যাস 'মা'।

সেই সময়ত লেনিন আছিল বিদেশত। "ৰুছিয়াত বিপ্লৱ" শিৰোনামাৰে ক্ৰোধ-প্ৰকাশক এটি প্ৰবন্ধ লিখি তেওঁ এই নিৰ্মম হত্যাকাণ্ডৰ উত্তৰ দিছিল।

ধৰ্মঘট, বিক্ষোভে গোটেই দেশ তোলপাৰ লগালে। কৃষকসকলে জমিদাৰৰ ভূসম্পত্তিৰ ওপৰত আক্ৰমণ চলালে, পুৰি-জ্বলাই দিলে আৰু ধ্বংস কৰিলে। শ্ৰমিকসকলৰ প্ৰতিনিধিৰ প্ৰথম ছোভিয়েত-সমূহ গঠিত হ'ল। এই ছোভিয়েতবিলাক আছিল শ্ৰমিক আৰু কৃষকৰ শাসনক্ষমতাৰ প্ৰতিনিধি আৰু সিবিলাকে স্বৈৰতন্ত্ৰৰ বিৰুদ্ধে সশস্ত্ৰ সংগ্ৰাম পৰিচালনা কৰিলে।

লেনিন স্নিজ দেশলৈ উভতি আহিবৰ কাৰণে অধীৰ হৈ পৰিল। কিন্তু ১৯০৫ চনৰ নৱেম্বৰৰ শেহতহে চেন্ট পিটাৰ্ছবাৰ্গ লৈ আহিবলৈ তেওঁ কোনোমতে সমৰ্থ হ'ল। তেওঁ অত্যুৎসাহেৰে বিপ্লৱী কাৰ্য্য-কলাপত আত্মনিয়োগ কৰিলে। শ্ৰমিকসকলে হাতত অস্ত্ৰ লোৱা অনুচিত বুলি যিসকলে মত প্ৰকাশ কৰিছিল, তেওঁলোকক লেনিনে আপোচহীনভাৱে প্ৰকাশ্যে নিন্দা কৰিলে। জাৰতন্ত্ৰৰ বিৰুদ্ধে তেওঁ সশস্ত্ৰ অভ্যুত্থানৰ আহ্বান জনালে।

১৯০৫ চনৰ ডিচেম্বৰত মস্কোত দেখা গ'ল ভয়ঙ্কৰ পৰিণাম— বিক্ষোভৰ দাবানল জ্বলি উঠিল।

সেই মাহৰে আৰম্ভণিত বলছেভিকসকলে শ্ৰমিকসকলক আহ্বান জনালে এক সাধাৰণ ধৰ্মঘটত নামিবলৈ আৰু হাতত অস্ত্ৰ লবলৈ।

৭ ডিচেম্বৰৰ দিনা মস্কোৰ শ্ৰমিকসকলে বাট-পথত প্ৰতিৰোধ ব্যৱস্থা গঢ়িবলৈ বেৰিকেড ৰচনা কৰিলে আৰু জাৰতন্ত্ৰী সৈন্যদলৰ বিৰুদ্ধে যুঁজিবলৈ ধৰিলে। সবাতোকৈ দুৰ্দ্ধৰ্ষ যুদ্ধ হৈছিল প্ৰেস্নিয়া পথত—এই পথ আজিকালি সেই অভ্যুত্থানৰ সোঁৱৰণীত ক্ৰাস্নায়া (ৰঙা) প্ৰেস্নিয়া নামে সুপৰিচিত। জাৰতন্ত্ৰী সামৰিক বাহিনী আৰু পুলিচৰ বিৰুদ্ধে এই বেৰিকেড যুঁজ ন দিন ধৰি চলিছিল।

মস্কো শ্ৰমিকসকলৰ বিদ্ৰোহক নিষ্ঠুৰভাৱে দমন কৰা হ'ল। এই অভ্যুত্থানৰ শিক্ষা বিশ্লেষণ কৰি লেনিনে কৈছিল যে, জাৰতন্ত্ৰী চৰকাৰৰ বিৰুদ্ধে অধিকতৰ সুদৃঢ় সংগ্ৰাম পৰিচালনা কৰিব লাগিব, সৈন্য-বাহিনীক—দ্বিধাগ্ৰস্ত সকলো সৈন্যদলকেই হাত কৰাৰ কাৰণে সক্ৰিয় প্ৰচেষ্টা চলাব লাগিব। উমৈহতীয়া শত্ৰুৰ বিৰুদ্ধে কৃষকসমাজক সংগ্ৰামত নমাব লাগিব।

ভয় কাক বোলে লেনিনে তাক নাজানিছিল। তেওঁ বহু প্ৰবন্ধ, পুস্তিকা, প্ৰচাৰ-পত্ৰ আৰু গ্ৰন্থ লিখিছিল, সঘনে বহু ঠাই ভ্ৰমণ কৰিছিল। সভা-সমিতিত ভাষণ দিছিল, বিভিন্ন নগৰীৰ বিপ্লৱী-

সকলৰ লগত যোগাযোগ ৰাখিছিল, নিয়মিত পার্টি কংগ্রেছবোৰৰ সমাবর্তনৰ কাৰণে কাম কৰিছিল আৰু তাত মার্ক্সবাদী নীতি তুলি ধৰাৰ কাৰণে যুঁজ কৰিছিল।

জাৰতন্ত্রী চোৰাংচোৱাবিলাকে তেওঁৰ পাছ লবলৈ ধৰিছিল। কর্তৃপক্ষই ১৯০৭ চনৰ নৱেম্বৰত, বাৰ বছৰ নামেৰে প্রকাশিত লেনিনৰ প্রবন্ধ সংগ্রহখিনি নিষিদ্ধ বুলি ঘোষণা কৰিলে। কিতাপখন বাজেয়াপ্ত কৰা হ'ল আৰু ইয়াৰ ৰচয়িতাৰ বিৰুদ্ধে আদালতৰ কার্য্যধাৰা প্রয়োগ কৰা হয়। অলপ দিনৰ পিছতেই, লেনিনৰ গণতান্ত্রিক বিপ্লৱত ছচিয়েল ডেমক্রেচিৰ দুই কৌশল নামৰ আন এখনি গ্রন্থ নষ্ট কৰি পেলাব লাগে বুলি আদেশ জাৰি কৰা হ'ল।

পুলিচবপৰা হাতসাৰিবৰ কাৰণে লেনিনে ইটো-সিটোকৈ বেলেগ বেলেগ ঘৰত থাকিবলৈ ললে, তাৰ পিছত ফিনলেণ্ডত গোপনে থাকিবলৈ গ'ল। এবাৰ তেওঁ হেলচিঙ্কিৰপৰা আন এঠাইলৈ বুলি যাবলৈ ওলাইছে, এনেতে তেওঁ লক্ষ্য কৰিলে—পুলিচে তেওঁৰ পাছ লৈছে। সেয়ে তেওঁৰ লক্ষ্যস্থল পোৱাৰ কেবামাইলৰ আগতেই ৰেল-গাড়ীৰপৰা নামি পৰিল। অশেষ কষ্টৰ মাজেদি তেওঁ দেশৰ বাহিৰলৈ গ'ল, প্রথমে গ'ল ছুইডেনলৈ, আৰু তাৰ পিছত গ'ল ছুইজাৰলেণ্ডলৈ।

স্বদেশ এৰি আন দেশত থাকিবলৈ এয়া তেওঁ দ্বিতীয়বাৰ যাত্রা কৰিলে।

১৯০৫ চনৰ বিপ্লৱৰ পৰাজয়ৰ পিছত দেখা দিলে ক্রমবর্দ্ধমান প্রতিক্রিয়াৰ এছোৱা কাল; এই সময়ছোৱা আছিল তিনি বছৰৰো অধিক। বহু আগবণুৱা শ্রমিকক কাৰাৰুদ্ধ কৰা হ'ল নাইবা কঠোৰ শ্রম-শিবিৰলৈ প্রেৰণ কৰা হ'ল। বিপ্লৱে চূড়ান্ত ৰূপ লবৰ সময়ত যিসকলে পার্টিত যোগ দিছিল, সেই বুদ্ধিজীৱী আৰু পেটি বুর্জোৱাসকলৰ কিছুসংখ্যক প্রতিনিধিয়ে পার্টি ত্যাগ কৰিলে।

ৰুছিয়াৰ এই দুৰ্যোগপূৰ্ণ পৰীক্ষাৰ কালছোৱাই সাহিত্য আৰু শিল্পকলাৰ ওপৰত বেয়া ধৰণে প্ৰভাৱ বিস্তাৰ কৰিছিল—এই কালছোৱাত বহু হতাশাব্যঞ্জক ৰচনাৰ সৃষ্টি হৈছিল।

কিন্তু লেনিন আৰু বলছেভিক পাৰ্টি অলপো নিৰাশ হোৱা নাছিল। তেওঁলোক নিষ্ক্ৰিয় হৈ হাত সাবটি থকাও নাছিল।

পাশবিক অত্যাচাৰ আৰু সন্ত্ৰাস চলি থকা পৰিস্থিতিত প্ৰয়োজন হৈছিল শক্তিসঞ্চয় কৰা, গোপন কাৰ্য্য সংগঠিত কৰা, ভবিষ্যতৰ শক্তি-পৰীক্ষাত জাৰতন্ত্ৰক পৰাস্ত কৰিবলৈ এই অভ্যুত্থানৰ অভিজ্ঞতাৰপৰা ইয়াৰ সঠিক মূল্যায়ন কৰা আৰু শিক্ষা লাভ কৰা।

ছুইজাৰলেণ্ডত, লেনিনে ততালিকে প্ৰ'লিতাৰী (সৰ্বহাৰা) কাকতখন প্ৰকাশ কৰাত প্ৰবৃত্ত হ'ল। দুমাহৰো কম সময়ৰ ভিতৰতে ইয়াৰ সংখ্যাকেইটি বলছেভিক কৰ্মীসকলে ৰুছিয়ালৈ গোপনে বহন কৰিলে। যিসময়ত বহুতৰেই মন ভাগি গৈছিল, এনেকি বিপ্লৱত আস্থা হেৰাই গৈছিল, সেই সময়ত লেনিন আৰু তেওঁৰ সহযোগী সকলৰদ্বাৰা প্ৰতিষ্ঠিত এই সংবাদপত্ৰখনে সমাজবাদৰ কাৰণে নতুন সংগ্ৰামৰ আহ্বান জনালে আৰু শ্ৰমিক শ্ৰেণীৰ পাৰ্টি যে বিজয়ৰ পথত অগ্ৰসৰ হব লাগিছে তাৰ আগজাননী দিলে।

ওপৰত উল্লেখ কিয়াবৰ দৰে, বিপ্লৱৰ অন্যতম শিক্ষালাভ আছিল শ্ৰমিক শ্ৰেণী আৰু কৃষক সম্প্ৰদায়ৰ সবাতোকৈ দুখীয়া অংশৰ মাজত ঘনিষ্ঠতৰ সহযোগৰ আৱশ্যকতা।

ভ্লাদিমিৰ লেনিনে আকৌ কৃষকৰ সমস্যাৱলী অধ্যয়ন কৰাত নিজকে নিয়োগ কৰিলে আৰু কৃষি খণ্ডৰ কাৰণে পাৰ্টিৰ কাৰ্য্যসূচী প্ৰস্তুত কৰাত মনোনিবেশ কৰিলে।

১৯০৫-০৭ চনৰ প্ৰথম ৰুছ বিপ্লৱত ছচিয়েল ডেমক্ৰেচিৰ কৃষি কাৰ্য্যসূচী নামৰ তেওঁৰ গ্ৰন্থখনিত লেনিনে এই তথ্যসমূহ দাঙি ধৰিছিল: দহ নিযুত কৃষক পৰিয়ালৰ হাতত থকা মাটিৰ পৰিমাণ

আছিল ৭৩,০০০,০০০ দেছিয়াতিন, আনহাতে ২৮,০০০ ভূস্বামীৰ হাতত আছিল ৬২,০০০,০০০ ডেচিয়াতিন ( ডেছিয়াতিন হ'ল এক কছীয় জোখ—২·৭ একৰৰ সমতুল্য ) মাটি। এনেদৰেই দেখা যায়, ২৮,০০০ শোষকৰ হাতত যি মাটি আছিল তাৰ পৰিমাণ ১০,০০০,০০০ মেহনতী কৃষকৰ ভাগত থকা মাটিৰ পৰিমাণতকৈ অলপহে কম।

"কৃষকৰ কাৰণে মাটি"—এই শ্লোগান লেনিনে তুলি ধৰিলে।

ছোভিয়েত ইউনিয়নত কমিউনিষ্ট পাৰ্টিয়ে এই শ্লোগানৰ মৰ্ম উপলব্ধি কৰিলে। আজি ইউৰোপ, এছিয়া, আফ্ৰিকা আৰু লেটিন আমেৰিকাৰ লাখ লাখ কৃষকে তেওঁবিলাকৰ দেশত ইয়াৰ বাস্তৱ প্ৰয়োগৰ কাৰণেই সংগ্ৰাম কৰিব লাগিছে।

প্ৰথম কছ বিপ্লৱৰ পৰাজয়ৰ পিছত অত্যন্ত দুৰ্যোগপূৰ্ণ কাল পাৰ হোৱা সত্ত্বেও, লেনিন আৰু তেওঁৰ কমৰেডসকলে পাৰ্টি আৰু শ্ৰমিক শ্ৰেণীৰ শক্তি সংৰক্ষণ কৰাত কৃতকাৰ্য্য হৈছিল; তেওঁলোকে সুবিধাবাদী আৰু নিৰাশাবাদীসকলক প্ৰতিহত কৰিছিল আৰু নতুন সংগ্ৰামৰ কাৰণে পাৰ্টিক প্ৰস্তুত কৰিছিল।

লেনিনৰ জীৱন-চৰিত যিসকলে জানে, তেওঁলোকে তেওঁৰ চিত্তাকৰ্ষক ব্যক্তিত্ব আৰু চৰিত্ৰৰ সম্পূৰ্ণতা সম্পৰ্কে অৱশ্যেই অশেষ শলাগ লব। তেওঁ কামৰ মাজতেই তেওঁৰ সমগ্ৰ শক্তি নিয়োগ কৰিছিল। তাৰ লগে লগে, তেওঁৰ আজৰি পৰ যদিও নিচেই কম, তথাপি সেই অৱসৰৰ পৰতে তেওঁ বেছ আমোদ-প্ৰমোদত কটাব পাৰিছিল।

লেনিন আছিল প্ৰকৃতি প্ৰেমিকো। যিদিনা তেওঁ আহৰি পায়, সেইদিনা তেওঁ অৰণ্যত খোজ কাঢ়ে ( ছাইবেৰীয় নিৰ্বাসনৰ কালত ), কিম্বা পাহাৰৰ ওপৰলৈ উঠে ( দেশান্তৰী কালত )। ক্ৰুপস্কায়াৰে সৈতে তেওঁ চাইকেলত উঠিও ভ্ৰমণত ওলায়।

কাৰাগাৰত থকা সময়ত লেনিনে তেওঁৰ ভনীয়েক মাৰিয়া

ইলীনিচ্‌নালৈ দঢ়াই দঢ়াই লিখিছিল—ভনীয়েক যাতে নিয়মিত ব্যায়াম কৰে তাৰ কাৰণে চুপাৰিচ কৰি।

সাহিত্য সম্পৰ্কে লেনিনৰ জ্ঞান আছিল অতি গভীৰ। তেওঁ সঙ্গীত অনুৰাগী আছিল, শিল্পকলা ভাল পাইছিল।

পৰিয়ালৰ প্ৰতি তেওঁ আছিল অনুৰক্ত; মাক মাৰিয়া আলেক-জেন্দ্ৰোভ্‌নাৰ প্ৰতি তেওঁ আছিল বিশেষকৈ মৰমিয়াল আৰু সহানুভূতিশীল। দ্বিতীয়বাৰ দেশান্তৰী হোৱা পুতেকক চাবলৈ তেখেতে ৭৫ বছৰ বয়সত বিদেশযাত্ৰা কৰিছিল। গ্ৰেপ্তাৰ হোৱাৰ ভয়ত লেনিন নিজে তেখেতক লগ পাবলৈ ঘৰলৈ আহিব পৰা নাছিল।

লেনিনে ষ্টকহমত মাকক লগ ধৰিছিল আৰু কেইদিনমান তেখেতৰ লগত কটাইছিল। ৰুছ জাহাজ এখনত মাকে ভ্ৰমণ কৰিছিল। গ্ৰেপ্তাৰ হোৱাৰ সম্ভাৱনা কথা কাৰণে তেওঁ জাহাজখনত উঠা নাছিল। বিদায় মুহূৰ্তটো আছিল বৰ বেদনাদায়ক। তাৰ পিছত কোনো-দিনেই তেওঁলোকৰ আৰু দেখাদেখি নহ'ল। ১৯১৬ চনত মাৰিয়া আলেকজেন্দ্ৰোভ্‌নাৰ মৃত্যু ঘটে।

মাৰিয়া আলেকজেন্দ্ৰোভ্‌নাক সমাধি দিয়া লেনিনগ্ৰাদৰ কবৰ-খানাত কৃতজ্ঞ ছোভিয়েত মাইজে তেখেতৰ সম্মানত স্মৃতিস্তম্ভ এটা স্থাপন কৰিছে। তেখেত আছিল অসাধাৰণ মহিলা। পুতেক-জীয়েকসকল যাতে জাতিৰ উপযুক্ত সন্তান হব পাৰে তাক সুনিশ্চিত কৰিবলৈ তেখেতে অবৰ্ণনীয় দুখকষ্ট সহ্য কৰিছিল।



## বাতৰিকাকত "প্ৰাভদা"

বন্দীশাল, ফাঁচি-কাঠ আৰু কঠোৰ কাৰাবাসে বিপ্লৱৰ পথবোধ কৰিব বুলি জাৰতন্ত্ৰী চৰকাৰে বিশ্বাস কৰিছিল। কিন্তু তেওঁলোকৰ হিচাপত ভুল হৈছিল।

আগৰ আঘাতবোৰৰ পৰা গা টঙাই উঠি শ্ৰমিক শ্ৰেণীয়ে সাম্ৰাজ্য-বাদৰ বিৰুদ্ধে সংগ্ৰাম পুনৰ আৰম্ভ কৰে।

লেনিনে সকলো সময়তে ৰুছিয়াৰ আগৰণুৱা শ্ৰমিক আৰু বলছেভিক সংগঠনবোৰৰ সৈতে যোগাযোগ ৰক্ষা কৰি আহিছিল। নতুন বৈপ্লৱিক পৰিস্থিতি তেওঁ ধৰিব পাৰিছিল। তেওঁ বুজিছিল বৈপ্লৱিক আন্দোলনৰ নেতৃত্ব দিবলৈ পাৰ্টি এটাৰ প্ৰয়োজন। আটাই-বোৰ বলছেভিক শক্তি ঐক্যবদ্ধ হোৱাৰ এয়ে সময়।

ছুইজাৰলেণ্ডৰ জুৰিক, বাৰ্ন আৰু জেনেভা ভ্ৰমণৰ পিছত পেৰিচলৈ গৈ পাৰ্টি কমৰেডসকলক লগ ধৰিবলৈ লেনিনে স্থিৰ কৰিলে। উমৈহতীয়া প্ৰচেষ্টা আৰু প্ৰস্তুতিৰ ফলত ১৯১২ চনৰ জানুৱাৰীত

প্ৰাগত বিভলিউছনাৰী ছচিয়েল ডেমক্ৰেটিক লেবাৰ পাৰ্টিৰ সদো-কছ সম্মিলন বহে। সম্মিলন বহা ভবনটো এতিয়া চেকোশ্লোভাক ৰাইজে প্ৰদৰ্শশালা ( মিউজিয়াম ) ৰূপে সযত্নে ৰাখিছে।

এনেকৈ পাৰ্টিয়ে নিজৰ শক্তিসমূহ সংহত কৰি শ্ৰমিকশ্ৰেণীৰ স্বাৰ্থহানি কৰা ভিন্ন মতাৱলম্বীসকলৰ প্ৰচেষ্টা ব্যৰ্থ কৰিবলৈ সমৰ্থ হ'ল। সুবিধাবাদীসকলৰ সংসৰ্গ ত্যাগ আৰু বুৰ্জোৱা সম্প্ৰদায়ৰ বিভিন্ন দালালৰ স্বৰূপ প্ৰকাশ কৰিবলৈকো ই সক্ষম হ'ল।

জনসাধাৰণৰ ওপৰত প্ৰভাব বিস্তাৰ আৰু সংযোগ ৰক্ষা কৰিবৰ কাৰণে এখন বাতৰিকাকতৰ প্ৰয়োজন আকৌ জৰুৰীভাৱে দেখা দিয়ে।

তাৰে ফল হ'ল "প্ৰাভদা" ( সত্য )—আজি যাৰ নাম সমগ্ৰ বিশ্বই জানে।

ইয়াৰ প্ৰথম সংখ্যা প্ৰকাশ পায় ১৯১২ চনৰ ৫ মে'ত। বৰ্তমান ছোভিয়েত ইউনিয়নত এই দিনটোক প্ৰতি বছৰে 'বাতৰিকাকত দিৱস' ৰূপে পালন কৰা হয়।

১৯৬২ চনত বাতৰিকাকতখনৰ ৫০তম প্ৰতিষ্ঠা বাৰ্ষিকী পালন কৰা হয়। লেনিনে প্ৰতিষ্ঠা কৰা আৰু সমাজতন্ত্ৰৰ জয় সুনিশ্চিত কৰাত বহু পৰিমাণে অৱদান যোগোৱা এই বাতৰিকাকতখনৰ প্ৰতি সন্মান দেখুৱাবলৈ বহু দেশৰ বহু লোক মস্কোলৈ আহিছিল।

মস্কোত, বাইলোৰুছ ৰেলপথৰ প্ৰান্তিক ষ্টেচনৰ ওচৰত "প্ৰাভদা" নামৰ এটা পথ আছে। কাকতখনৰ সম্পাদকীয় কাৰ্য্যালয় আৰু ছাপাখানাটোৱেই গোটেই ব্লক এটা জুৰি আছে। লগতে, "প্ৰাভদাৰ" কৰ্মীসকলৰ কাৰণে বাসগৃহ, ক্লাব এটা আৰু অন্যান্য ভৱন কিছুমান আছে। এসময়ত শ্ৰমিকসকলৰ দানৰ ধনেৰে কাকতখন চলোৱা

হৈছিল। উদাহৰণ স্বৰূপে প্ৰতিষ্ঠা-বৰ্ষত কাকতখন জীয়াই ৰাখিবলৈ শ্ৰমিকসকলে ৬২০ বাৰ সংগ্ৰহ কৰিছিল।

যি কঠিন অৱস্থাবোৰ প্ৰাভদাই অতিক্ৰম কৰি আহিবলগীয়াত পৰিছিল তাৰ নিদৰ্শনৰূপে কেইটামান ঘটনা দিয়া হ'ল। প্ৰকাশৰ প্ৰথম বছৰতে সম্পাদকসকলৰ বিৰুদ্ধে ৩৬টা মোকৰ্দমা কৰা হৈছিল আৰু ৪১টা সংখ্যা বাজেয়াপ্ত কৰা হৈছিল। আঠবাৰ জাৰতন্ত্ৰী চৰকাৰে কাকতখন নিষিদ্ধ কৰিছিল। কিন্তু বিভিন্ন নামত ই প্ৰকাশ পায়েই আছিল।

প্ৰাভদাই সকলো সময়তে পাৰ্টি আৰু শ্ৰমজীৱী ছোভিয়েত ৰাইজৰ পক্ষাৱলম্বন কৰি আহিছে। ১৯৪১ চনত ফেচিষ্টবোৰে ছোভিয়েত ইউনিয়ন আক্ৰমণ কৰাৰ সময়ত শত্ৰুৰ বিৰুদ্ধে সংগ্ৰাম কৰিবলৈ বহু ডেকা-গাভৰুৱে সৈন্য আৰু গেৰিলাবাহিনীত যোগ দিয়ে। তাৰে এজনা আছিল কালিনিন অঞ্চলৰ যৌথ পামৰ নাৰীকৰ্মী লিজা চাইকিনা। ছোভিয়েত ৰাইজে আক্ৰমণকাৰীবোৰৰ বিৰুদ্ধে কি ধৰণে যুদ্ধ কৰিব লাগিছে তাক যাতে শত্ৰুঅধিকৃত অঞ্চলৰ ৰাইজে জানিব পাৰে তাৰ কাৰণে তেওঁ উক্ত অঞ্চলৰ গাঁওবোৰত ঘূৰি ঘূৰি প্ৰভদা বিলাই ফুৰিছিল। ফেছিষ্টবোৰৰ হাতত তেওঁ ধৰা পৰে। তেওঁৰ লগত বাতৰিকাকতখনৰ শেহতীয়া সংখ্যাবোৰ পোৱা গ'ল। ফাঁচিকাঠলৈ নিওঁতে লিজাই ছোভিয়েত ৰাইজলৈ যুদ্ধ চলাই যাবলৈ আহ্বান জনায়। জনসাধাৰণৰ শক্তি আৰু ফেচিবাদৰ বিৰুদ্ধে জয়লাভ সম্পৰ্কে তেওঁৰ বিশ্বাস আছিল অটুট।

আমাৰ পূৰ্বৰ কাহিনীলৈ পুনৰ ঘূৰি অহা যাওক। লেনিনে বহু বছৰ বিদেশত কটায়। প্ৰকৃত সঙ্গী আৰু শ্ৰমজীৱী ৰাইজৰ স্বাৰ্থৰ কাৰণে সাহসী যোদ্ধা নাদেঝদা ক্ৰুপস্কায়াৰ সৈতে তেওঁ বহু দুখকষ্ট অতিক্ৰম কৰে। যলৈকে তেওঁ গৈছিল তঁতে সদায়ে তেওঁ নিজৰ স্নেহপৰায়ণ স্মৃতি ৰাখি আহিছিল।

আন কেইজনমান বন্ধুৰে সৈতে মই পৰিচিত থকা লেনিনে কাম কৰা ঘৰটো দেখিছো। ফৰাচী বাইজে তেওঁক আন্তৰিক স্নেহ আৰু ভালপোৱাৰে সোঁৱৰে।

দ্বিতীয় বিশ্বযুদ্ধ শেষ হোৱাৰ অলপ পিছতে, দেশান্তৰী হৈ লণ্ডনত থাকোতে লেনিনে বাস কৰা ঘৰটো চাবলৈ আমি স্থিৰ কৰিলো। পুৱাতে আমি ইয়াক উদ্দেশ্য কৰি ওলালো ; কিন্তু বিচাৰি নাপালো। ঘৰটো ভাঙি পেলোৱা হৈছে। তেতিয়া আমি ওচৰৰে সৰু পাৰ্ক এখনলৈ গলো। ইমান পুৱাতে তাত কেইজনমানহে মানুহ আছিল। লৰা-ছোৱালীৰে সৈতে ফুৰিবলৈ অহা এগৰাকী কম বয়সীয়া মহিলা আৰু এজন বয়সীয়া ইংৰাজে ঘৰটো আৰু তাত থকা লেনিনৰ কোঠাটো সম্পৰ্কে সবিস্তাৰে আমাক কলে। তেওঁলোকে জনালে যে অৱশিষ্ট থকা সা-সঁজুলিবোৰ স্থানীয় পৌৰ পৰিষদ এটাক গতাই দিয়া হৈছে আৰু তাতে এইবোৰ ৰখা হৈছে।

এবাৰ ঘটনাক্ৰমে লেনিনে ভ্ৰমণ কৰা ৰেলইঞ্জিন এটা হেলচিঙ্কিৰ অধিবাসীসকলে ছোভিয়েত বাইজৰ হাতত তুলি দিয়া অনুষ্ঠান এটাত আমি উপস্থিত আছিলো। ফিনলেণ্ডবাসীসকলে ইয়াক ক্ষতি নোহোৱাকৈ ৰাখিছিল। পৰিষ্কাৰ কৰিছিল আৰু নতুনকৈ ৰং লগাইছিল।

১৯১৪ চনত লেনিনে বাস কৰা পোলাণ্ডৰ পোৰোনিন গাঁৱলৈ আমি গৈছিলো। যি ঘৰটোৰ তিনি তলাৰ সৰু কোঠাটোত লেনিনে বাস কৰিছিল পোলাণ্ডবাসীসকলে তাক যত্নেৰে ৰাখিছে। কোঠাটোৰ সা-সঁজুলিবোৰ অতি সাধাৰণ—এখন কাঠৰ মেজ, এখন কাঠৰ বেঞ্চ আৰু কাঠৰ চকী কেইখনমান। তেওঁ নিৰহঙ্কাৰী জীৱন যাপন কৰিছিল। নাদেঝদা ক্ৰুপস্কায়াৰ সৈতে তেওঁ পৰ্বতলৈ ফুৰিবলৈ গৈছিল চিঠিপত্ৰ ডাকত দিবলৈ আৰু আনিবলৈ তেওঁ চাইকেল চলাই ষ্টেচনলৈ গৈছিল। অন্যান্য ঠাইৰ দৰে তাতো তেওঁ শ্ৰমিক-কৃষকসকলৰ লগত

কথা পাতিছিল, তেওঁ লোকৰ জীৱন সম্পৰ্কে জানিবলৈ আগ্ৰহী আছিল আৰু জনসাধাৰণৰ লৈতে সহজে পৰিচিত হৈ পৰিছিল।

মানুহৰ প্ৰতি তেওঁৰ ব্যৱহাৰ আছিল গভীৰ শ্ৰদ্ধা আৰু স্নেহৰ, জনসাধাৰণেও তেওঁৰ প্ৰতি অনুৰূপ ব্যৱহাৰ দিছিল। এই অতি মৰমিয়াল মানুহজনৰ ভাবমূৰ্তি পাছৰ বংশধৰসকলৰ স্মৃতিত জীৱন্ত হৈ আছে।



## প্ৰথম বিশ্বযুদ্ধ

১৯১৪ চনৰ আগষ্টত মানৱজাতি বাস্তবিকতেই বিপৰ্য্যয়ৰ দুৱাৰদলিত উপনীত হয়। প্ৰথম বিশ্বযুদ্ধ আৰম্ভ হয়।

এই যুদ্ধ, দ্বিতীয় বিশ্বযুদ্ধ আৰু এই শতাব্দীৰ প্ৰথম অৰ্দ্ধাংশত সাম্ৰাজ্যবাদীসকলে লগোৱা অন্যান্য যুদ্ধত ৪০০০-শ কোটি ডলাৰ খৰচ কৰা হয়।

এই ধনেৰে সমগ্ৰ বিশ্ববাসীক ৫০ বছৰ ধৰি কটা যোগান ধৰিব-পৰা গ'লহেঁতেন। ৫০ কোটি পৰিয়ালৰ কাৰণে সুন্দৰ বাসগৃহ নিৰ্মাণ কৰিব পৰা গ'লহেঁতেন।

দুখন বিশ্বযুদ্ধই ৮ কোটি মানুহক নিহত বা পঙ্গু কৰিলে।

যুদ্ধই অসীম দুখ-কষ্ট আনে, বিপুল অৰ্থনৈতিক ক্ষতি কৰে। ৰণাঙ্গনত আৰু তাৰপৰা আঁতৰৰ দেশৰ ভিতৰ অঞ্চলত ভোক, শীত আৰু অসুখত অসংখ্য লোকৰ মৃত্যু হয়।

যুদ্ধ আৰম্ভ হোৱাৰ সময়ত লেনিন আছিল পোলাণ্ডৰ

পোৱোনিনত। তত্তালিকে তেওঁ অনুগামী লোকসকলক গোট খুৱালে। লেনিনে নিশ্চিতভাৱে উপলব্ধি কৰিলে যে যুদ্ধই শোষক আৰু শোষিত সকলৰ মাজৰ সম্পৰ্ক আৰু বেছি ক্ষুৰধাৰ কৰি তুলিব। ই শ্ৰেণীসংগ্ৰাম তীব্ৰতৰ কৰিব আৰু ৰুছিয়াৰ নতুন বিপ্লৱ ওচৰ চপাই আনিব।

যুদ্ধ লগাৰ পিছত দহ দিন পাৰ হওঁতে নৌহওঁতেই লেনিনক মিছাকৈ গুপ্তচৰ বৃত্তিৰ অভিযোগত অভিযুক্ত কৰা হয়। উদ্দেশ্য আছিল, অতি নগণ্য হলেও, যি কোনো চেলু লৈ লেনিনৰ ওপৰত পূৰ্বৰ পোটক তোলা। কিন্তু প্ৰগতিশীল পোলাণ্ডবাসীসকলে অবিলম্বে লেনিনৰ মুক্তি দাবী কৰি তীব্ৰ প্ৰতিবাদ কৰিবলৈ ধৰে। অভিযোগবোৰ ইমান অস্বাভাৱিক আছিল যে পুলিচেও আনকি তেওঁৰ বিৰুদ্ধে গুপ্তচৰবৃত্তিৰ অভিযোগৰ সমৰ্থনত কোনো প্ৰমাণ নাই বুলি স্বীকাৰ কৰিবলৈ বাধ্য হৈছিল।

মুক্তি লাভ কৰাৰ পিছতে লেনিনে ছুইজাৰলেণ্ড অভিমুখে যাত্ৰা কৰে।

যুদ্ধৰ প্ৰতি তেওঁৰ মনোভাব আছিল কি ?

"যুদ্ধৰ বিৰুদ্ধে যুদ্ধ!" এই শ্লোগানটোকে তেওঁ আগবঢ়াইছিল। বিশ্বযুদ্ধৰ প্ৰৰোচক আৰু সংগঠকসকলৰ বিৰুদ্ধে সংগ্ৰামত যোগ দিবলৈ তেওঁ সকলোলৈ আহ্বান জনাইছিল।

সেই সময়ত, ১৮৯৯ চনত প্ৰতিষ্ঠা কৰা সমাজতান্ত্ৰিক পাৰ্টিবোৰৰ আন্তৰ্জাতিক সংগঠন—দ্বিতীয় আন্তৰ্জাতিকত (চেকেণ্ড ইণ্টাৰনেচনেল) থকা প্ৰভাৱ প্ৰয়োগ কৰি জাৰ্মান ছচিয়েল ডেমোক্ৰেটসকলে সাম্ৰাজ্যবাদী যুদ্ধখনলৈ সমৰ্থন আগবঢ়াই শ্ৰমিক শ্ৰেণীৰ স্বাৰ্থৰ প্ৰতি বিশ্বাসঘাতকতা কৰে।

সুবিধাবাদী আৰু ছচিয়েল-চৌভিনিষ্টসকল নোহোৱা তৃতীয় আন্তৰ্জাতিক এখন প্ৰতিষ্ঠাৰ কাৰণে লেনিনে পৰামৰ্শ দিবলৈ ধৰিলে। তেওঁ কৈছিল যে তৃতীয় আন্তৰ্জাতিক এখনেহে শ্ৰমিকসকলক প্ৰকৃত

আন্তর্জাতিকতাবাদী ভাবত শিক্ষা দিয়া আৰু সমাজতান্ত্রিক বিপ্লৱৰ কাৰণে প্রস্তুত কৰা সত্তয় কৰি তুলিব। বিভিন্ন দেশৰ কমিউনিষ্ট পার্টিবোৰক ঐক্যবদ্ধ কৰি ১৯১৯ চনত তৃতীয় আন্তর্জাতিক প্রতিষ্ঠা কৰা হয়। ই ১৯৪৩ চনলৈকে জীৱিত আছিল।

সাম্রাজ্যবাদী যুদ্ধৰ বিৰুদ্ধে সংগ্রামত সম্ভৱপৰ সকলো উপায়কে ব্যৱহাৰ কৰিবলৈ লেনিনে কছ বলছেভিকসকলক কৈছিল। জি. পেত্রোভস্কীৰ নেতৃত্বত ৰাষ্ট্রীয় ডুমাত এটা বলছেভিক দল গঠন কৰা হৈছিল। ডুমা হৈছে ১৯০৫ চনৰ বিপ্লৱৰ পিছত জাৰসকলে ঘোষণা কৰা সাংবিধানিক সংস্কাৰৰ ফলত অস্তিত্ব লাভ কৰা ক্ষমতাহীন প্রতিনিধিত্বমূলক পৰিষদ। তাত বলছেভিক দলটোৰ সদস্যসকলে যুদ্ধৰ প্রচণ্ড বিৰোধিতা কৰে। তেওঁলোক সকলোকে গ্রেপ্তাৰ কৰি বিচাৰ কৰা হয় আৰু সশ্রম কাৰাদণ্ড দিয়া হয়। জনসাধাৰণক প্রকৃত সত্য জনোৱা লোকসকলক সাম্রাজ্যবাদীসকলে এই ধৰণেই ব্যৱহাৰ কৰিছিল।

সৈন্যবাহিনীৰ কাৰণে বিপুল সংখ্যাৰ শ্রমিক আৰু কৃষকক হাজিৰ কৰা হৈছিল; আৰু নৌ আৰু সৈন্যবাহিনীৰ মাজত শ্রমিক আৰু সৈনিকৰ যুক্তফ্রণ্ট এটা গঠনৰ কাৰণে বলছেভিকসকলে প্রচাৰ চলাবলৈ আৰম্ভ কৰিছিল।

এনে কঠিন সময়ত শ্রমিকশ্রেণীৰ স্বার্থৰ প্রতি বিশ্বাসঘাতকতা কৰা লোকসকলক লেনিনে নির্দয়ভাৱে নিন্দা কৰিছিল। সাম্রাজ্য-বাদী যুদ্ধঋণৰ বিৰুদ্ধে যি কোনো বিৰোধিতাকে তেওঁ দৃঢ়ভাৱে সমর্থন কৰিছিল। জার্মানিত যুদ্ধ-ঋণৰ বিপক্ষে থিয় দিয়া কার্ল-লেইবক্‌নেক্টক তেওঁ প্রশংসা কৰিছিল।

আজি পৃথিৱীত এখন নতুন বিশ্বযুদ্ধ লগোৱাৰ সাম্রাজ্যবাদী প্রচেষ্টাৰ বিৰুদ্ধে এটা শক্তিশালী শান্তি আন্দোলন গঢ়ি উঠিছে। আজি লেনিনে জাতিসমূহৰ মাজত শান্তি আৰু শোষণ আৰু হিংসাৰ

আঁহতালেই আমাৰ আদৰ্শ বুলি কলেহেঁতেন। তেওঁ জোৰ দি কৈছিল- যে এনে এদিন আহিব যেতিয়া কোনো যুদ্ধ নহব আৰু নিৰস্ত্ৰীকৰণ বাস্তৱত পৰিণত হ'ব।

শ্ৰমজীৱী বাইজক আন্তৰ্জাতিকতাবাদৰ পৰিবেশত ডাঙৰ-দীঘল কৰা আৰু, অন্ধ জাতিয়তাবাদৰ প্ৰচাৰক আৰু সুবিধাবাদী বিশ্বাসঘাতকবোৰক পৰাজিত কৰাৰ চিন্তাত এখন আন্তৰ্জাতিক সমাজতান্ত্ৰিক সন্মিলন পতাৰ কাৰণে লেনিনে সক্ৰিয়ভাৱে প্ৰস্তুতি চলায়। তেওঁৰ প্ৰচেষ্টা ব্যৰ্থ নহ'ল। ছুইজাৰলেণ্ডৰ জিম্মেৰওৱাল্ডত এনে এখন সন্মিলন আহ্বান কৰা হ'ল।

এঘাৰখন দেশৰ প্ৰতিনিধিয়ে জিম্মেৰওৱাল্ড সন্মিলনত যোগ দিয়ে। নিম্নোক্ত কথাকেইটাৰে সমাপ্তি টনা ইস্তাহাৰ এখন তেওঁলোকে গ্ৰহণ কৰে:

"বিশ্ববুৰঞ্জীত ইয়াতোকৈ মহান আৰু জৰুৰী কৰ্তব্য কেতিয়াও দেখা দিয়া নাছিল। ইয়াক সম্পাদন কৰা আমাৰ উমৈহতীয়া লক্ষ্য হব লাগিব। জাতিসমূহৰ মাজত শান্তি আমাৰ এই লক্ষ্য পূৰণৰ কাৰণে কোনো আত্মত্যাগেই অতি বিৰাট নহয়। কোনো বোজাই অতি গধুৰ নহয়।

"শ্ৰমজীৱী পুৰুষ আৰু শ্ৰমজীৱী নাৰীসকল! মাতৃ আৰু পিতৃসকল! বিধবা আৰু মাউৰাসকল! আহত আৰু পীড়িতসকল! যুদ্ধৰপৰা আৰু যুদ্ধৰ ফলত জৰ্জৰিত হোৱা আপোনালোক সকলো! সীমান্ত পাৰ হৈ, ধোঁৱা ভৰা ৰণক্ষেত্ৰ পাৰ হৈ, ধ্বংসপ্ৰাপ্ত নগৰ আৰু গাঁও পাৰ হৈ, আপোনালোক সকলোলৈকে আমি এই আবেদনটো জনাইছো: "সকলো দেশৰ শ্ৰমিক এক হওক!"

লেনিনে নতুন বৈপ্লৱিক জোৱাৰ এটাৰ আগমন পূৰ্বেই বুজিব পাৰিছিল। তেওঁৰ ভুল হোৱা নাছিল। যুদ্ধত ক্লান্ত হৈ পৰি ৰুছিয়াৰ বাইজে ১৯১৭ চনৰ ফেব্ৰুৱাৰী মাহৰ শেষ ভাগত জাৰৰ

বিৰুদ্ধে থিয় দিয়ে আৰু স্বৈৰতন্ত্ৰৰ পতন ঘটায়। অস্থায়ী-চৰকাৰ গঠন কৰা হয়। ই যুদ্ধ চলাই যোৱাৰ পক্ষে ওকালতি কৰে। প্ৰকৃততে ই আছিল বুৰ্জোৱা চৰকাৰ।

তৎক্ষণাৎ স্বদেশৰ উদ্দেশ্যে ছুইজাৰলেণ্ড ত্যাগ কৰিবলৈ লেনিন উত্ৰাৱল হৈ উঠে। কিন্তু ততালিকে তেনে কৰিবলৈ তেওঁ সক্ষম নহ'ল। ১৯১৭ চনৰ ৩ এপ্ৰিলৰ ৰাতিহে তেওঁ ৰুছিয়াৰ সীমান্ত পাৰ হয়।



# অক্টোবৰ মহাবিপ্লৱ

ছোভিয়েত শিল্পী এজনে আঁকা পেট্রোগ্রাদৰ ( বৰ্তমানৰ লেনিন-গ্ৰাদ ) আন্ধাৰ নিশা এটাৰ ছবি এখন আছে। তাত আছে শ্ৰমিক, সৈনিক আৰু নাবিকেৰে ভৰি থকা বিৰাট পথাৰ এখন। আৰু আছে সশস্ত্ৰ যুদ্ধযান এখনত থিয় হৈ বক্তৃতা দি থকা অৱস্থাত লেনিন।

ঠিক তাকে ঘটিছিল। ১৯১৭ চনৰ ৩ এপ্ৰিলত লেনিন পেট্ৰোগ্ৰাদলৈ ঘুৰি আহে। বিপুল সংখ্যাৰ মানুহে তেওঁক স্বাগত জনায়। বিৰাট হৰ্ষধ্বনিৰ মাজত শ্ৰমিক আৰু সৈনিকসকলে তেওঁক সশস্ত্ৰ যুদ্ধযান এখনত তুলি দিয়ে।

শ্ৰমজীৱী বাইজৰ সুখ-শান্তিৰ কাৰণে সংগ্ৰামৰ মনোভাবত পূৰ্ণ লেনিন আবেগত অভিভূত হৈ পৰে।

তাৰ পিছৰ দিনা। লেনিনে তেওঁৰ সুপ্ৰসিদ্ধ এপ্ৰিল প্ৰৱন্ধটো পেছ কৰে। প্ৰৱন্ধটোত কছিয়াৰ নতুন পৰিস্থিতিত কৰিব লগীয়া

কাম আৰু সমাজতান্ত্ৰিক বিপ্লৱৰ সাফল্যৰ কাৰণে সংগ্ৰামৰ কৌশলৰ খছৰা পৰিকল্পনা আগবঢ়োৱা হয়। তাউৰিদা ভৱনত লেনিনে তেওঁৰ এপ্ৰিল প্ৰবন্ধটো উত্থাপন কৰে।

যুদ্ধই দেশখন ধ্বংস কৰি পেলাইছিল। কটী, মঙহ বা চেনি একোকে পোৱা যোৱা নাছিল। জনসাধাৰণে অনাহাৰত দিন কটাইছিল। বহু পৰিয়ালে আত্মীয় কুটুম্বক ৰণাঙ্গনত হেৰুৱাইছিল।

কি কৰা উচিত? ভৱিষ্যতত জীৱন ধাৰণ কৰা যাব কেনেকৈ?

তাৰ উত্তৰ যোগালে লেনিনে। তেওঁ কলে, যুদ্ধ লুণ্ঠনমূলক, সাম্ৰাজ্যবাদী চৰিত্ৰৰ। ধনতন্ত্ৰৰ হাতৰপৰা শাসনক্ষমতা কাঢ়ি লব লাগিব। এয়ে হৈছে শ্ৰমিকশ্ৰেণী আৰু দুখীয়া কৃষকসমাজৰ কৰ্তব্য। তেতিয়াহে শান্তি হব, কটী আৰু স্বাধীনতা পোৱা যাব। নতুন জীৱন অভিমুখে পথ উন্মুক্ত হব। অস্থায়ী চৰকাৰক বিশ্বাস কৰিব নোৱাৰি। ইয়াক সমৰ্থন কৰা উচিত নহয়। ছোভিয়েতসমূহৰ (ছোভিয়েতসমূহ—শ্ৰমিক, সৈনিক আৰু কৃষকসকলৰ ডেপুটি অৰ্থাৎ প্ৰতিনিধিসকলৰদ্বাৰা গঠিত নিৰ্বাচিত পৰিষদ) হাতত সকলো ক্ষমতা তুলি দিয়া।

নতুন সামাজিক-ৰাজনৈতিক ব্যৱস্থা এটা ৰাতিটোৰ ভিতৰতে উদ্ভৱ হব নোৱাৰে। ইয়াক সৃষ্টিৰ কাৰণে সময় আৰু প্ৰয়াসৰ প্ৰয়োজন। এই উদ্দেশ্যে অৰ্থনৈতিক বিভাজন, ক্ষুধা আৰু দাৰিদ্ৰ্য নিৰ্মূল কৰা দৰ্কাৰ। দৃঢ় অৰ্থনীতি গঢ়াৰ কাম আৰম্ভ কৰা প্ৰয়োজন।

লেনিনৰ এই কথাবোৰ আজিও আনকি সময়োপযোগী হৈ আছে; উপনিবেশবাদৰপৰা নিজক মুক্ত কৰা নবীন ৰাষ্ট্ৰবোৰৰ ক্ষেত্ৰত ই বিশেষভাৱে খাটে। নিজৰ অৰ্থনীতিৰ পুনৰ্গঠন, শিল্পৰ বিকাশ আৰু কৃষিৰ উন্নতিসাধন তেওঁলোকৰ কাৰণে প্ৰয়োজন নহয়নে?

সেই সময়ত কছিয়াৰ অস্থায়ী চৰকাৰ যে কাৰ্য্যতঃ বুৰ্জোৱা চৰকাৰ তাক শ্ৰমিক আৰু কৃষকসকলক সৰ্বপ্ৰথমে দেখুৱাই দিবলৈ কমিউনিষ্টসকল বাধ্য হৈছিল। জনসাধাৰণে তাক যেতিয়া নিজে

দেখিবলৈ পাব তেতিয়া নিজৰ শাসনব্যৱস্থা প্ৰতিষ্ঠাৰ কাৰণে তেওঁলোক জাগি উঠিব আৰু যুদ্ধ কৰিব।

লেনিনৰ ৰচনাবোৰক সাধাৰণতে কামৰ পথনিৰ্দেশক হিচাপে গ্ৰহণ কৰা হয়। এটা নতুন হুলস্থুলীয়া সময় আৰম্ভ হ'ল। সভাত ভাষণ নিদিয়াকৈ লেনিনৰ এটা দিনো বাদ নোযোৱা হ'ল। তেওঁ প্ৰবন্ধ লিখে, উত্তপ্ত আলোচনাত ভাগ লয়, শ্ৰমিকশ্ৰেণীৰ শত্ৰু, পাৰ্টিৰ প্ৰতি বিশ্বাসঘাতক সুবিধাবাদীসকলৰ স্বৰূপ প্ৰকাশ কৰে। পাৰ্টিৰ সমুখশাৰীৰ প্ৰতিনিধিসকলৰ সৈতে তেওঁ সমাজতান্ত্ৰিক বিপ্লৱৰ সাফল্যৰ কাৰণে সংগ্ৰাম কৰে।

১৯১৭ চনৰ জুনত ছোভিয়েতসমূহৰ প্ৰথম সদৌ ৰুছ কংগ্ৰেছ বহে। ইয়াত ১,০০০ জন প্ৰতিনিধিয়ে যোগ দিয়ে, তাৰে ১০৫ জন আছিল বলছেভিক।

ছোচিয়েলিষ্ট ৰিভলিউছনাৰী আৰু মেনছেভিকসকলক ধৰি বিভিন্ন পাৰ্টিৰ প্ৰতিনিধিয়ে তাত ভাষণ দিয়ে। শাসনভাৰ লবলৈ প্ৰস্তুত কোনো বিপ্লৱী পাৰ্টি ৰুছিয়াত নাই বুলি তাৰে এজনে কয়।

তাৰ প্ৰতিক্ৰিয়া স্বৰূপে সভাকক্ষৰ মাজ ভাগৰপৰা এটা কণ্ঠস্বৰ শুনা গ'ল: "এনে পাৰ্টি আছে।"

কণ্ঠস্বৰটো আছিল ভ্লাদিমিৰ ইলিচ লেনিনৰ।

সেই সময়ত দেশৰ পৰিস্থিতি বৰ উত্তেজনাপূৰ্ণ হবলৈ ধৰে। অস্থায়ী চৰকাৰ যে অৰ্থনৈতিক বিশৃঙ্খলাৰ সমস্যা সমাধান কৰিবলৈ আৰু দ্ৰব্যমূল্য কমকৈ ৰাখিবলৈ অসমৰ্থ সি প্ৰমাণিত হ'ল। অসন্তোষ দ্ৰুত বেগত বাঢ়িবলৈ ধৰিলে। শ্ৰমিকশ্ৰেণী বাস কৰা অঞ্চলবোৰত বিক্ষোভ প্ৰদৰ্শনৰ আহ্বান দিয়া হ'ল।

ছোচিয়েলিষ্ট ৰিভলিউছনাৰী আৰু মেনছেভিকসকলে বিচাৰিছিল এই বিক্ষোভ প্ৰদৰ্শন কৰা হওক তেওঁলোকৰ নিজৰ শ্লোগানত, অস্থায়ী চৰকাৰ আৰু ইয়াৰ সামৰিক কাৰ্য্যবোৰ সমৰ্থন কৰি।

লেনিনৰ নেতৃত্বত বলছেভিকসকলে ইয়াৰ তীব্ৰ বিৰোধিতা কৰে।' তেওঁলোকে বিচাৰে ইয়াৰ শ্লোগান হওক: "যুদ্ধ বন্ধ হওক।" "শান্তি দীৰ্ঘজীৱী হওক।" আৰু "ছোভিয়েতবোৰৰ হাতত সৰ্বক্ষমতা দিয়া হওক।"

১৮ জুনৰ দিনা। বলছেভিকসকলৰ নেতৃত্বত পেট্ৰোগ্ৰাদৰ বাটত আধা নিযুত শ্ৰমিক আৰু সৈনিকে শোভাযাত্ৰা কৰে। কমিউনিষ্ট-সকলৰ পক্ষে ই আছিল এটা বিৰাট সাফল্য।

যুদ্ধ চলাই যাবলৈ স্থিৰপ্ৰতিজ্ঞ হৈ, কেৰেনস্কীৰ অস্থায়ী চৰকাৰে ৰণাঙ্গনত আক্ৰমণ আৰম্ভ কৰে। শ্ৰমিক, দুখীয়া কৃষক আৰু সৈনিকসকলে কিন্তু যুদ্ধ বিচৰা নাছিল। সেয়ে, ৩ জুলাইত ছোভিয়েতসমূহৰ হাতত সকলো ক্ষমতা তুলি দিয়াৰ দাবীত শ্ৰমজীৱী জনসাধাৰণে পেট্ৰোগ্ৰাদৰ বাটে-পথে আকৌ বিক্ষোভ প্ৰদৰ্শন কৰে। সেই সময়ত কিন্তু সশস্ত্ৰ হস্তক্ষেপ কৰা অকালপক্ক কাম হ'লহেঁতেন; কাৰণ ইয়াত সমৰ্থন দিয়াৰ কাৰণে সৈন্যবাহিনী তেতিয়াও প্ৰস্তুত হোৱা নাছিল।

প্ৰৰোচনা আৰু নৰহত্যা যাতে নহয় তাৰ কাৰণে বিক্ষোভক শান্তিপূৰ্ণ আৰু সংগঠিত চৰিত্ৰ দিবলৈ বলছেভিকসকলে ৪ জুলাইৰ শ্ৰমিক আৰু সৈনিকসকলৰ বিক্ষোভ প্ৰদৰ্শনত যোগ দিবলৈ সিদ্ধান্ত লয়।

এইবাৰো, ৫০০,০০০ৰ বেছি বিক্ষোভপ্ৰদৰ্শনকাৰীয়ে যোগ দিয়ে। লেনিন অসুস্থ আছিল। সেয়ে সভাত ভাষণ দিব পৰা নাছিল। শ্ৰমিক আৰু নাবিকসকলে কিন্তু জানিবলৈ বিচাৰিলে তেওঁ বেলকনিলৈ ওলাই আহিব পাৰিবনে নোৱাৰে। বেলকনিৰপৰাই লেনিনে এটা চমু ভাষণ দিলে।

বিক্ষোভপ্ৰদৰ্শনকাৰীসকলৰ শাৰীবোৰ সদৌ কছিয়া কেন্দ্ৰীয় কাৰ্য্যনিৰ্বাহী কমিটি আৰু পেট্ৰোগ্ৰাদ ছোভিয়েতৰ সদৰ দপ্তৰ

তাউঁৰিদা ভৱনৰ ফালে আগবাঢ়ি গল। শ্ৰমিকশ্ৰেণীৰ আন্দোলনৰ এই বিৰাট অভ্যুত্থানে বুৰ্জোৱাসকলক ভীত-সন্ত্ৰস্ত কৰি তুলিলে। পাৰ্টি আৰু শ্ৰমিকশ্ৰেণীৰ শত্ৰুসকলে আৰু এটা দানবীয় অপৰাধ কৰিলে— বিক্ষোভকাৰীসকলৰ ওপৰত গুলি চলোৱা হ'ল।

প্ৰতি-বিপ্লৱীসকলে আকৌ এবাৰ পাৰ্টিৰ শক্তি নিৰ্মূল কৰিবলৈ চেষ্টা কৰিলে। সন্ধান আৰু গ্ৰেপ্তাৰ আৰম্ভ হ'ল। ৰুছিয়াত মৃত্যুদণ্ড প্ৰৱৰ্তনৰ কাৰণে দাবী উঠিল।

লেনিনক বিচাৰি সন্ধানকাৰ্য্য আৰম্ভ হ'ল। তেওঁক জাৰ্মান গুপ্তচৰৰূপে অভিযুক্ত কৰা হ'ল। লেনিন আৰু কিছুমান বলছেভিকক গ্ৰেপ্তাৰ আৰু শাস্তিদানৰ কাৰণে অস্থায়ী চৰকাৰে পৰওৱানা জাৰি কৰিলে। তেওঁ বাস কৰা ঘৰটোত পুলিচে অপ্ৰত্যাশিতভাৱে সন্ধান চলালে। তেওঁক অভিযুক্ত কৰিব পৰা সূক্ষ্মতম প্ৰমাণৰ কাৰণে পুলিচে কোঠাবোৰৰ সকলো বস্তু উলট-পালট কৰিলে। সেই দিন-ৰাতি কেইটা আছিল বৰ কষ্টকৰ। ৫ জুলাইৰ পৰা ৮ জুলাইলৈ লেনিনে ঘৰে ঘৰে ঘুৰি লুকাই ফুৰিছিল।

লেনিনৰ বন্ধু আৰু সহযোগীসকলে আদালতত তেওঁৰ উপস্থিতিৰ তীব্ৰ বিৰোধিতা কৰিছিল। তেওঁৰ জীৱন যে বিপদগ্ৰস্ত তাক তেওঁলোকে ভালকৈ জানিছিল।

লেনিনে তেওঁৰ দাড়ি খুৰাই পেলালে, নকল চুলি আৰু টুপি এটা পিন্ধিলে। তাৰ ফলত তেওঁ দেখিবলৈ কৃষক যেন হ'ল। সকলোধৰণৰ সতৰ্কতা অৱলম্বন কৰি তেওঁ ষ্টেচনলৈ গ'ল, ৰেলগাড়ী এখনত উঠিল আৰু নিৰাপদে ফিনলেণ্ডৰ সীমান্তবৰ্তী ৰাজলিভ ষ্টেছন পালেগৈ।

ৰাজলিভত তেওঁ আশ্ৰয় লোৱা ঘৰটোৰ কাষত্তে বৰ্তমান এটা গ্ৰেনাইট পাথৰৰ স্মৃতি সৌধ আছে। তাত খোদাই কৰা আছে:

"ইয়াত্তে, ঠাল-ঠেঙুলিৰে সজা এটা পঁজাত, ১৯১৭ চনৰ জুলাই

আৰু আগষ্ট মাহত, অক্টোবৰ বিপ্লৱৰ নেতাগৰাকীয়ে বুর্জোৱাৰ হাতৰপৰা ৰক্ষা পাবৰ কাৰণে লুকাই আছিল, আৰু 'ৰাষ্ট্ৰ আৰু বিপ্লৱ' নামৰ কিতাপখন তেওঁ ইয়াতে লিখিছিল। তাৰ স্মৃতিত আমি এই ঠাই ডোখৰত গ্ৰেনাইটৰ এই আশ্ৰয়স্থলটো নিৰ্মাণ কৰিলো।

লেনিনৰ মহানগৰীৰ শ্ৰমিকসকল ১৯২৭।"

গোপন বাসৰ সময়ত লেনিনৰ জীৱন কাহিনী আৰু ছের্গো ওর্দজোনিকিদ্‌জে, ফেলিক্স জেৰঝিনস্কী, য়াকোভ শ্বেৰ্দলভ আদি বলছেভিক পাৰ্টিৰ বিশিষ্ট সদস্যসকলৰ সৈতে লেনিনৰ ঘনিষ্ঠ যোগাযোগ বৰ্ণনা কৰি ছোভিয়েত লিখক এল. কাজাকেভিচে "নীলা আদর্শলিপি" নামেৰে কাহিনী এটা লিখিছে।

সমাজতান্ত্ৰিক বিপ্লৱত জয় লাভৰ কাৰণে সশস্ত্ৰ অভ্যুত্থানৰ আহ্বান জনাই প্ৰৱন্ধ আৰু আবেদনপত্ৰ ৰচনা কৰি লেনিনে কঠোৰ পৰিশ্ৰম কৰি গৈছিল।

সেই সময়তে ষষ্ঠ পাৰ্টি কংগ্ৰেছ আৰম্ভ হয়। গোপনবাসৰ সময়ত লেনিনে কৰা প্ৰস্তাববোৰ ইয়াত গৃহীত হয়। সশস্ত্ৰ বিপ্লৱৰ প্ৰস্তুতি ইয়াৰ কৰ্মসূচীৰ অন্যতম গুৰুত্বপূৰ্ণ বিষয় আছিল।

শ্ৰমজীৱী জনসাধাৰণ স্বৈৰতন্ত্ৰ আৰু ইয়াৰ অনুচৰবোৰৰ বিৰুদ্ধে শেষ সংগ্ৰামৰ কাৰণে জাগি উঠিছিল।

শৰৎকালি। জাৰ পৰিবৰ্লে আৰম্ভ কৰাৰ সময়ত ৰাজলিভৰপৰা ফিনলেণ্ডৰ হেলচিংফৰ্ছলৈ লেনিনৰ স্থান পৰিবৰ্তনৰ সিদ্ধান্ত লোৱা হয়। তাৰপৰাও লেনিনে বিপ্লৱৰ প্ৰস্তুতি সম্পৰ্কে নেতৃত্ব দি যাবলৈ ধৰিলে। পাৰ্টিৰ সকলো কাম-কাজ তেঁৱেই নিৰ্ভুলভাৱে পৰিচালনা কৰি গৈছিল।

গোপন বাসকালত লেনিনে তেওঁৰ সুবিখ্যাত গ্ৰন্থ "ৰাষ্ট্ৰ আৰু বিপ্লৱ," "আসন্ন বিপৰ্যয় আৰু তাক প্ৰতিৰোধ কৰাৰ পথ" আৰু "বলছেভিকসকলে ৰাষ্ট্ৰশক্তি ৰক্ষা কৰিব পাৰিবনে ?" লিখে।

ছেপ্টেম্বৰৰ মাজভাগত লেনিনে বলছেভিকসকলৰ পেট্ৰোগ্ৰাদ আৰু মস্কো কমিটি, কেন্দ্ৰীয় কমিটিলৈ "বলছেভিকসকলে ক্ষমতা গ্ৰহণ কৰিবই লাগিব" আৰু "মাৰ্ক্সবাদ আৰু বিদ্ৰোহ" নামৰ চিঠি দুখন লিখে। এই চিঠি কেইখন সমাজতান্ত্ৰিক বিপ্লৱ সম্পাদনৰ কৰ্মসূচী হেন আছিল।

বিপ্লৱী সংগ্ৰামৰ কেন্দ্ৰস্থলৰ নিকটৱৰ্তী হবলৈ লেনিনে পেট্ৰোগ্ৰাদৰপৰা ৬০ কিলোমিটাৰ দূৰত অৱস্থিত ভাইবোৰ্গলৈ যাবলৈ স্থিৰ কৰে।

অক্টোবৰৰ ১ তাৰিখে তেওঁ এখন চিঠি লিখিলে। তাৰ মূল কথা আছিল: বিদ্ৰোহ নকৰাকৈ যদি ক্ষমতাদখল কৰিব নোৱাৰি তেন্তে ততালিকে বিদ্ৰোহ আৰম্ভ কৰা প্ৰয়োজন।

লেনিনে এদিন পেট্ৰোগ্ৰাদলৈ বাসস্থান সলনি কৰিলে আৰু তাৰে গোপন কক্ষ এটাত বাস কৰিবলৈ ধৰিলে।

তেতিয়াৰপৰাই পাৰ্টিৰ কেন্দ্ৰীয় কমিটিৰ সভাবোৰ ভ্লাদিমিৰ ইলিচৰ সভাপতিত্বত বহিছিল। বিদ্ৰোহৰ প্ৰস্তুতিৰ কাৰণে পতা সভাবোৰ বহিছিল একেবাৰে শিল্প উদ্যোগ আৰু ইউনিটবোৰত। শিল্প উদ্যোগ আৰু সৈন্য ইউনিটবোৰ পৰিদৰ্শন কৰিবলৈ কেন্দ্ৰীয় কমিটিৰ প্ৰৱীণ সদস্যসকল কছিয়াৰ বিভিন্ন অংশলৈ গৈছিল।

১৯১৭ চনৰ ২৪ অক্টোবৰৰ দিনা ৰাতি লেনিন নগৰৰ স্মলনি ভৱনলৈ গ'ল। এই ভৱনেই আছিল বিপ্লৱৰ সদৰ দপ্তৰ।

প্ৰত্যক্ষদৰ্শীৰ বিৱৰণ মতে, সেই ঐতিহাসিক ৰাতি স্মলনি উজ্জলকৈ আলোকিত কৰা হৈছিল আৰু নানা কাৰ্য্যতৎপৰতাৰে গুঞ্জৰিত হৈ আছিল। লাল ৰক্ষী আৰু সৈন্যদলবোৰৰ, কাৰখানাৰ আৰু বিপ্লৱী সামৰিক কমিটিবোৰৰ প্ৰতিনিধিসকল নিৰ্দেশ লবৰ কাৰণে আহিছিল। সঙ্কেত নিৰ্দেশকসকলে প্ৰতিটো ৰণনৈতিক কেন্দ্ৰৰ লগত সংযোগ ৰাখিছিল। প্ৰতিষ্ঠানটোৰ আগকালে

স্কোয়াৰত বৰ্মৰদ্বাৰা আবৃত গাড়ীবোৰ, মটৰ-চাইকেলবোৰ, বন্দুক আৰু মেছিন-গানবোৰ আছিল।

বিপ্লৱক পৰিচালিত কৰিবলৈ সদৰ দপ্তৰত আছিল লেনিন আৰু তেওঁৰ সহযোগীসকল। এয়ে আছিল প্ৰকৃততে এক সঙ্কটপূৰ্ণ মুহূৰ্ত। কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত শ্ৰমিকশ্ৰেণীয়ে ৩০০ বছৰবো অধিক কাল জুৰি ৰুছিয়াত প্ৰবৰ্তিত হৈ থকা শোষণৰ ব্যৱস্থাটো কঁপাই তুলিব। জাতি আৰু দেশৰ ভবিষ্যত আছিল বিপদসঙ্কুল।

শত্ৰুৰ ওপৰত আঘাত আহিছিল এক পৰিকল্পিত আৰু দ্ৰুত ধৰণে। অক্টোবৰৰ ২৫ তাৰিখে ( ৭ নৱেম্বৰ ) পুৱা বিপ্লৱী শ্ৰমিক আৰু সৈন্যসকলে পেত্ৰোগ্ৰাদৰ মাজেদি বৈ যোৱা নেভা নৈৰ ওপৰৰ সকলো ৰেলৰ দলং, কেন্দ্ৰীয় টেলিফোন এক্‌চেঞ্জ, টেলিগ্ৰাফ এজেন্সি, ৰেডিঅ' ষ্টেছন, তেল-ষ্টেছন আৰু বিদ্যুৎ ষ্টেছনবোৰ আৰু বেঙ্ক নিয়ন্ত্ৰণ কৰিছিল।

অস্থায়ী চৰকাৰে শীত প্ৰাসাদত আশ্ৰয় লৈছিল। শীত প্ৰাসাদত আক্ৰমণ আৰম্ভ হয় অক্টোবৰৰ ২৬ তাৰিখে ( নৱেম্বৰ ৮ ) পুৱা ৩টা বজাৰ পিছত। শীত প্ৰাসাদ দখল কৰা আৰু অস্থায়ী চৰকাৰৰ মন্ত্ৰীসকলক গ্ৰেপ্তাৰ কৰাটো ছোভিয়েতসমূহৰ দ্বিতীয় নিখিল-ৰুছ কংগ্ৰেছত ঘোষণা কৰা হৈছিল।

কংগ্ৰেছৰ দ্বিতীয় অধিবেশন বহিছিল ২৬ অক্টোবৰৰ দিনা ( নৱেম্বৰ ৮ ) গধূলি। তুমুল হৰ্ষধ্বনিৰ মাজত ৮-৪০ মিনিটত লেনিন হল ঘৰত প্ৰবেশ কৰে।

ছোভিয়েত ৰাষ্ট্ৰই গ্ৰহণ কৰা প্ৰথম ডিক্ৰীখন আছিল শান্তিৰ নিৰ্দেশনামা। ইমান বছৰৰ আগতেই ছোভিয়েত ৰাষ্ট্ৰই শান্তিৰ কাৰণে, যুদ্ধৰ প্ৰতিৰোধৰ কাৰণে, জাতিসমূহৰ মাজত মৈত্ৰীৰ কাৰণে সংগ্ৰাম আৰম্ভ কৰিছিল।

ছোভিয়েত চৰকাৰে গ্ৰহণ কৰা দ্বিতীয় ডিক্ৰীটো আছিল ভূমিৰ

ওপৰত নিৰ্দেশনামা। এই ডিক্ৰীমতে লগে লগেই সকলোবোৰ জমিদাৰী বিনা ক্ষতিপূৰণে বদ কৰা হ'ল আৰু সেইবিলাক কৃষকৰ প্ৰতিনিধিসকলৰ ছোভিয়েতবিলাকৰ হাতলৈ দিয়া হ'ল।

১৯১৭ চনৰ অক্টোবৰ বিপ্লৱ বিশ্ব ইতিহাসত এক তাণ্ডৱ ঘটনা। এই বিপ্লৱে কেৱল এখন দেশৰ ইতিহাসতে নহয় বৰং সমগ্ৰ মানৱ জাতিৰ ইতিহাসতে এক নতুন যুগৰ ঘোষণা কৰিলে। ই সমগ্ৰ মানৱ সমাজৰ কাৰণে সমাজতন্ত্ৰৰ পথ উজ্জলাই তুলিলে।

পৰবৰ্তী ঘটনাবোৰে প্ৰমাণ কৰিলে যে লেনিনেই শুদ্ধ আছিল।

সমাজতন্ত্ৰই সমগ্ৰ বিশ্বতে জয়লাভ কৰিছে।



## নতুন ৰুছিয়া

লেনিনৰ নেতৃত্বত নতুন ৰুছিয়াই বিচাৰিছিল শান্তি। কিন্তু তাৰ শত্ৰুবোৰে তাক ইয়াৰপৰা বঞ্চিত কৰিছিল।

চাৰি বছৰৰো অধিক কাল (১৯১৭ চনৰ শেষৰ পৰা ১৯২১ চনলৈকে) তৰুণ ছোভিয়েত ৰাষ্ট্ৰখনে তাৰ শত্ৰুবোৰক প্ৰতিৰোধ কৰিব লগা আৰু গুফোৰাই দিব লগা হৈছিল আৰু অক্টোবৰ বিপ্লৱৰ ফললাভখিনি প্ৰতিৰক্ষা কৰিব লগা হৈছিল।

সময়ে সময়ে অৱস্থা অতি সঙ্কটজনক হৈ পৰিছিল। ১৯১৮ চনৰ গ্ৰীষ্মকালত বিদেশী আক্ৰমণৰ চেপাৰ মাজত ৰুছিয়া নিষ্পেষিত হৈছিল। মাৰ্কিন সাম্ৰাজ্যবাদীসকলে ছোভিয়েত চৰকাৰক খতম কৰি দিবলৈ বিচাৰিছিল, আৰু সেই সময়ৰ বৃটিছ মন্ত্ৰীসভাৰ সদস্য উইনষ্টন্ চাৰ্চিলে ঘোষণা কৰিছিল যে ১৪ খন ৰাষ্ট্ৰই ৰুছিয়াক আক্ৰমণ কৰিব।

আৰু মস্কোতো প্ৰতি-বিপ্লৱীবোৰ নিষ্ক্ৰিয় হৈ বহি থকা নাছিল।

১৯১৮ চনৰ ১ জানুৱাৰীৰ দিনা, যেতিয়া লেনিন এখন সভাৰপৰা ঘূৰি আহে, তেতিয়া সন্ত্ৰাসবাদীবোৰে তেওঁৰ মটৰলৈ গুলি মাৰে, কিন্তু সৌভাগ্যক্ৰমে, তেওঁৰ কোনো ক্ষতি নহ'ল।

১৯১৮ চনৰ আগষ্ট মাহত লেনিনে মিকেলছন কাৰখানাত বক্তৃতা দিয়ে। এই কাৰখানাটো আজি তেওঁৰ নামেৰেই নামকৰণ কৰা হৈছে। সভাৰ অন্তত, কেইজনমান শ্ৰমিকেৰে সৈতে, তেওঁ যেতিয়া তেওঁৰ মটৰৰ কাষলৈ গৈছিল, এজন ছচিয়েলিষ্ট-ৰিভলিউছনাৰী সন্ত্ৰাসবাদীয়ে তেওঁলৈ গুলি কৰি তেওঁক দুঠাইত গুৰুতৰভাৱে আঘাত কৰিলে।

কেইবা দিনলৈকে লেনিনৰ জীৱন সূতাত ভৰ দি আছিল। দৈনিক ডাক্তৰী প্ৰচাৰ-পত্ৰ প্ৰকাশ কৰা হৈছিল।

ৰুছিয়াৰ প্ৰতি চুক-কোণৰপৰা আৰু অন্যান্য বহু দেশৰপৰা লেনিনৰ আশু আৰোগ্য কামনা কৰি কেব্‌ল্ আৰু চিঠিবোৰৰ সোঁত মস্কোলৈ বৰ ধৰিছিল। এমাহৰ পিছত ডাক্তৰসকলে তেওঁক যি কোনো কামকে কৰিবলৈ অনুমতি দিলে।

জীৱন অতিমাত্ৰায় কঠিন আছিল। শ্ৰমিকসকলৰ কাৰণে ৰুটিৰ ৰেছন আছিল জনপ্ৰতি দৈনিক মাত্ৰ ১০০-২০০ গ্ৰাম। চেনিৰ ঠাইত ছেকাৰিন ব্যৱহাৰ কৰা হৈছিল। জুই জ্বলোৱা কাঠৰ কাৰণে পুৰণি ঘৰ আৰু বেৰাবোৰ ভাঙি পেলোৱা হৈছিল।

বহু কাৰখানা আৰু ফেক্টৰী বন্ধ কৰা হৈছিল আৰু উৎপাদন আগতে যি আছিল তাৰো দহ ভাগৰ এভাগলৈ নামিছিল। ১৯২০ চনত ৰুছিয়া ভ্ৰমণ কৰাৰ পিছত ইংৰাজ লিখক এইচ. জি. ওৱেলছে "ৰাছিয়া ইন্ দি ছেডওজ" লিখিছিল, য'ত তেওঁ দেশখনৰ অৱস্থা বৰ্ণনা কৰিছিল আৰু লেনিনক "ক্ৰেমলিনৰ স্বপ্ন-দ্ৰষ্টা" বুলিছিল। এনে এটা সময়তো লেনিনে নিৰ্মাণৰ স্বপ্ন দেখিছে বুলি শুনি তেওঁ হাঁহিছিল। ওৱেলছে ভাবিছিল যে ছোভিয়েত শাসনৰ অস্তিমকাল নিচেই

ওচৰত। লেনিনে যে নির্মাণপ্রকল্প আৰু বিদ্যুৎশক্তি কেন্দ্র-বোৰৰ কথা ভবাটো সম্ভৱপৰ এই কথা ওৱেল্‌ছৰ চিন্তাৰ বাহিৰত আছিল।

লেনিনে ইয়াৰেই স্বপ্ন দেখিছিল আৰু তেওঁ সমাজতন্ত্রত বিশ্বাস কৰিছিল।

যদিও ব্রিটেন, ফ্রান্স, আমেৰিকা, জাপান, জার্মানি আৰু আন সাম্রাজ্যবাদী দেশবোৰৰপৰা সৈন্যদলবোৰ ছোভিয়েত চৰকাৰৰ বিৰুদ্ধে আগবাঢ়ি আহিছিল, লেনিনে এক মুহূর্তৰ কাৰণেও শ্রমিক-শ্রেণী আৰু কৃষকসকলৰ অজেয় শক্তিক সন্দেহ কৰা নাছিল। তেওঁ তেওঁৰ সকলো জ্ঞান, বিচক্ষণতা আৰু অফুৰন্ত কর্মশক্তি সংগ্রামত নিয়োজিত কৰিছিল। সমগ্র জাতি আৰু পার্টি শত্রুক ধ্বংস কৰাৰ দৃঢ়তাৰে ঐক্যবদ্ধ হৈছিল।

একোৱেই সাম্রজ্যবাদীবোৰৰ অনুকূলে অহা নাছিল। প্রতি-বিপ্লৱী শ্বেত ৰক্ষীবাহিনী আৰু বিদেশী আক্রমণকাৰীবোৰ শ্রেষ্ঠতৰ অস্ত্র-শস্ত্রেৰে সজ্জিত আছিল, কিন্তু এইবোৰে তৰুণ লাল ফৌজৰ হাতত পৰাজয় হোৱাৰপৰা সিহঁতক ৰক্ষা কৰিব নোৱাৰিলে।

তৰুণ পুৰুষটোৰ কাৰণে লাল ফৌজ আছিল এক বিক্রমৰ পাঠশালা। গৃহযুদ্ধৰ সময়ত, লাল সৈনিকসকলে তেওঁলোকৰ দেশৰ প্রতিৰক্ষা কৰোতে বীৰত্বৰ অবিশ্বাস্য অসাধাৰণ কার্য্যবোৰ প্রতিপাদন কৰিলে। এই বীৰসকলৰ ভিতৰতে আছিল চাপায়েভ, শ্‌কোৰ্‌ছ আৰু কোতোভস্কীৰ দৰে ইতিহাসপ্রসিদ্ধ নেতাসকল।

অৱস্থা যেতিয়া বেছি বেয়া হ'ল, বলছেভিক পার্টিয়ে ঘোষণা কৰিলে যে যুব কমিউনিষ্ট লীগৰ ( কমছমল ), ১৩ৰপৰা ১৯ বছৰৰ ভিতৰৰ কমিউনিষ্ট যুব সংগঠনৰ সদস্যসকলকো যুদ্ধক্ষেত্রলৈ মতা হব। অভুক্ত, ফটা-চিটা কাপোৰ-কানি পিন্ধা তৰুণসকল যুদ্ধক্ষেত্রলৈ গ'ল। এনে সময়ত আঞ্চলিক কমছমল কমিটিৰ অফিচৰ দুৱাৰত এখন নটিছ

আঠা লগাই দিয়া হৈছিল: "কমিটি বন্ধ কৰা হৈছে: সকলো ৰণক্ষেত্ৰলৈ গৈছে।"

সমগ্ৰ গৃহযুদ্ধৰ ভিতৰতো লেনিনে ৰুছিয়াত এখন নতুন সমাজ প্ৰতিষ্ঠা কৰাৰ পৰিকল্পনাৰ কথা কেতিয়াও পাহৰা নাছিল। তেওঁ জোৰ দি কৈছিল যে দেশে শিল্পায়নৰ পথ লব লাগিব আৰু তাৰ নিজস্ব গধুৰ শিল্প নিৰ্মাণ কৰিব লাগিব। সাম্ৰাজ্যবাদীবোৰৰপৰা স্বাধীন হোৱাটো আৰু জাতীয় অৰ্থনীতি শক্তিশালী কৰাটো অতি প্ৰয়োজনীয়। সেই দিনত তেওঁ অনবৰতে কৈছিল যে হয় ৰুছিয়াই চূড়ান্ত বেগত জোৰেৰে আগুৱাই যাব লাগিব অথবা ধ্বংস হব লাগিব। তেওঁ বিশ্বাস কৰিছিল যে, শিল্পগতভাৱে উন্নত পুঁজিবাদী দেশবোৰক লগ ধৰা আৰু আনকি অতিক্ৰম কৰাও সম্ভৱ।

লেনিনে কৈছিল যে পুৰণি পশ্চাদপদ গাঁওবোৰক নতুন সমাজ-তান্ত্ৰিক পথেদি পুনৰ্নিৰ্মাণ কৰিব লাগিব। যন্ত্ৰপাতিৰ যোগান ধৰিব লাগিব আৰু কাঠৰ নাঙল আৰু ঘোঁৰাৰ ওপৰত নিৰ্ভৰশীল কৃষিৰ চলি থকা আদিম পদ্ধতিবোৰ যান্ত্ৰিকীকৃত পামৰদ্বাৰা স্থানচ্যুত কৰিব লাগিব। লেনিনে সেই সময়ৰ স্বপ্ন দেখিছিল যেতিয়া গাঁওবোৰক শ শ হাজাৰ ট্ৰেক্টৰ যোগান ধৰাটো সম্ভৱ হব। আৰু তেওঁৰ স্বপ্ন বাস্তৱত ৰূপায়িত হৈছিল। আজি ছোভিয়েত ৰাষ্ট্ৰ আৰু যৌথ-পামবোৰৰ, যিবোৰলৈ পুৰণি গাঁওবোৰ পৰিবৰ্তিত হৈছে, নিযুতে নিযুতে ট্ৰেক্টৰ আৰু কোটিয়ে কোটিয়ে অন্যান্য পাম যন্ত্ৰপাতিবোৰ আছে।

দেশখনত বিৰাট বিপৰ্যয় ঘটা সত্ত্বেও লেনিনে বিজ্ঞান আৰু সংস্কৃতিৰ অগ্ৰগতি সম্বন্ধে উপায় বিচাৰি চিন্তা কৰিবই লাগিছিল। নিৰক্ষৰতা দূৰীকৰণৰ কাৰণে ব্যৱস্থা গ্ৰহণ কৰা হ'ল। প্ৰাপ্তবয়স্ক-সকলৰ কাৰণে স্কুল খোলা হ'ল। ইয়াত বয়সীয়া লোকসকলে লিখা-পঢ়া শিকিবলৈ ধৰিলে—পুৰণি শাসনত যিসকলক শিক্ষালাভৰপৰা বঞ্চিত কৰা হৈছিল।

বিজ্ঞানীসকলৰ বাবে লেনিনে অশেষ আগ্ৰহ প্ৰদৰ্শন কৰিছিল। আজি সমগ্ৰ বিশ্বই জানে মহাকাশৰ অনুসন্ধান কাৰ্য্যত আৰু প্ৰকৃতিৰ ৰহস্য উদ্ঘাটনত ছোভিয়েত ইউনিয়নৰ সাফল্যৰ কথা। আমি যি সময়ৰ কথা কৈছো, তেতিয়াই আন্তৰ্গ্ৰহসংক্ৰান্ত উড্ডয়নৰ সমস্যাৱলী সম্পৰ্কে ৰুছ বিজ্ঞানী কনস্তান্তিন ৎছিওলকভস্কী আৰু তেওঁৰ সহযোগী ইঞ্জিনিয়াৰ ৎছান্দেৰে বিবেচনা কৰিছিল। মহাকাশ উড্ডয়নৰ কাৰণে ৰকেট ইঞ্জিন তৈয়াৰ কৰাৰ তেওঁলোকৰ যি ধাৰণা সেই সম্পৰ্কে তেওঁলোকে একেলগে কাম কৰিছিল। ১৯২০ চনৰ শেহত, মস্কোত অনুষ্ঠিত উদ্ভাৱনকাৰীসকলৰ এখন সম্মিলনত ৎছান্দেৰে ভাষণ দিছিল। তেওঁ মহাকাশ-যান এখনৰ বাবে তেওঁৰ প্ৰকল্প ব্যাখ্যাও কৰিছিল। লেনিন এই বিষয়ত আগ্ৰহী আছিল আৰু তেওঁক সাহায্য কৰাৰ প্ৰতিশ্ৰুতিও দিছিল।

লেনিনে কৰ্মক্ষম এক ৰাষ্ট্ৰ-যন্ত্ৰ সৃষ্টি কৰিবলৈ বিচাৰিছিল। তেওঁ চৰকাৰী আমোলাতান্ত্ৰিক পদ্ধতি সহ্য কৰিব নোৱাৰিছিল। বিখ্যাত ছোভিয়েত কবি ভ্লাদিমিৰ মায়াকোভস্কীয়ে এবাৰ তেওঁৰ কবিতাৰ শাৰীত সেই উচ্চপদস্থ বিষয়াসকলক বিদ্ৰূপ কৰিছিল যিসকলে নিৰৰ্থক আলোচনাত অযথা বহু সময় কটাইছিল। কবিয়ে প্ৰয়োগ কৰা এই তীব্ৰ ভৎ´সনাত লেনিনে বেচ সন্তোষ পাইছিল।

প্ৰশাসন ঘড়ীৰ কল-কব্জাৰ দৰে নিমজ-নিয়াৰি হোৱা উচিত বুলি তেওঁ কৈছিল আৰু যিসকল প্ৰশাসনিক কৰ্মীয়ে যথোপযুক্তভাৱে কাম নকৰে তেওঁলোকক শাস্তি দিয়া উচিত কিম্বা আদালতত বিচাৰ কৰাও আনকি দৰকাৰ বুলি তেওঁ দাবী কৰিছিল।

বৈদেশিক নীতিৰ বেলিকা, লেনিনে অন্যান্য দেশৰ লগত অৰ্থনৈতিক সহযোগিতা আৰু শান্তিপূৰ্ণ সম্পৰ্কৰ কাৰণে কাম কৰিছিল। পুঁজিবাদী ৰাষ্ট্ৰৰ লগত ব্যৱসায় আৰু বাণিজ্য যোগাযোগৰ সপক্ষে থিয় দিছিল।

আৰম্ভণিৰেপৰাই ছোভিয়েত ইউনিয়নে, লেনিনৰ নির্দেশ অনুসৰি অন্যান্য দেশৰ প্রতি শান্তি আৰু মৈত্রীৰ এক নীতি অনুসৰণ কৰিছে।

১৯২২ চনত, ইটালিৰ জেনোৱাত এখন শান্তি সন্মিলন অনুষ্ঠিত হৈছিল। মন কৰিব লগা কথা যে, তাতো আনকি লেনিনে ছোভিয়েত প্রতিনিধি দলটিক নির্দেশ দিছিল সাৰ্বজনীন অস্ত্রসজ্জা হ্রাসৰ প্রশ্নটো উত্থাপন কৰিবলৈ।

লেনিনে বিশ্বাস কৰিছিল, কমিউনিষ্ট পার্টিসমূহ আৰু সকলো প্রগতিশীল লোক সাম্রাজ্যবাদ-বিৰোধী সংগ্রামৰ বাবে মিলিত হোৱা দৰকাৰ, সেয়ে তেওঁ আন্তর্জাতিক কমিউনিষ্ট আন্দোলনৰ ঐক্যৰ কাৰণে কাম কৰিছিল, আৰু আন্তর্জাতিক শ্রমিক শ্রেণীৰ ঐক্যত বিধি-পথালি দিয়া যিকোনোৰেই তীব্র বিৰোধিতা কৰিছিল। যি কোনো ৰূপৰেই সুবিধাবাদৰ ওচৰত তেওঁ কেতিয়াও আপোচ নকৰিছিল। ট্রট্স্কীয়ে যেতিয়া ব্রেষ্ট শান্তি চুক্তি স্বাক্ষৰৰ বিৰোধিতা কৰিছিল, আৰু তেওঁৰ অৱস্থান সঠিক বুলি প্রমাণ কৰিবলৈ অজস্র বিপ্লৱী বাগাড়ম্বৰ প্রয়োগ কৰিছিল, তেতিয়া লেনিনে তেওঁক নিষ্ঠুৰ-ভাৱে সমালোচনা কৰিছিল। প্রকৃতপক্ষে, তেওঁ ট্রট্স্কীক ব্রেষ্ট আলোচনাৰপৰাই বাদ দিলে, আৰু তেওঁৰ নিজৰ দৃঢ় মনোভাবৰ ফলতেই এই চুক্তি স্বাক্ষৰিত হ'ল। কিন্তু তেওঁ তেনে নকৰা হলে ছোভিয়েত চৰকাৰ নিজেই সঙ্কটজনক অৱস্থাত পৰিলহেঁতেন।

লেনিন চৰকাৰৰ এক অত্যন্ত দায়িত্বপূর্ণ পদতে অধিষ্ঠিত আছিল, কিন্তু তেওঁ সদায়েই এজন অতিকৈ বিনয়ী লোক হৈয়েই ৰৈছিল। তেওঁ নিজৰ কাৰণে দৰমহাৰ সামান্যতম বৃদ্ধিকো নিশ্চিতভাৱে প্রত্যাখ্যান কৰিছিল আৰু সাধাৰণ ভোজনালয়তেই আহাৰ কৰিছিল। ক্রেমলিনত তেওঁ থকা আৰু অধ্যয়ন কৰা কোঠা তেওঁৰ জীৱিত কালত ঠিক যেনেদৰে আছিল, তেনেদৰেই একেভাৱে সংৰক্ষণ কৰা হৈছে। সেইবিলাকৰ আড়ম্বৰহীনতা দেখি দর্শক সদায় স্তম্ভিত হৈ যায়।

লেনিনৰ অসাধাৰণ অন্যতম বৈশিষ্ট্য আছিল শ্ৰমিক, কৃষক আৰু বুদ্ধিজীৱী—জনগণৰ সকলো অংশৰ প্ৰতি একে ধৰণেই তেওঁৰ অসীম শ্ৰদ্ধা।

"লেনিনৰ ওচৰলৈ অহা সংবাদবাহী কৃষক-কটকী" নামেৰে শিল্পী ভি. ছেৰভৰ এখনি বিখ্যাত চিত্ৰাঙ্কন আছে। ইয়াত দেখা যায় লেনিন আৰু তিনিজন কৃষক। এই কৃষক-কটকীকেজন তেওঁক দেখা কৰিবলৈ আহিছে বহু দূৰৰ এখন গাঁৱৰপৰা। সৰু মেজ এখনৰ চাৰিওফালে আছে বগা ঢাকনিৰে হাতল লগোৱা চকী। কৃষক-কেইজনৰ টোপোলা-টাপলি আছে চকীৰ কাষতে মজিয়াৰ ওপৰত। এজন কৃষকৰ গাত ভেৰাছালৰ কোট আৰু ভৰিত খড়টা জোতা; তেওঁ হাতলযুক্ত চকীখনৰ একেবাৰে দাঁতিতে বহিছে; আন এজন থিয় হৈ আছে আৰু তৃতীয়জন লেনিনৰপৰা অলপ দূৰত বহিছে। তিনিজনৰ ভিতৰৰ সবাতোকৈ বয়সীয়াজনে কিবা কৈ আছে আৰু লেনিনে তেওঁৰ কথা গভীৰ মনোযোগেৰে শুনিব লাগিছে।

এয়া এক প্ৰকৃতি চিত্ৰণ। লেনিন যদিও সদায়েই অত্যন্ত কৰ্মব্যস্ত, তথাপি তেওঁ তাৰ মাজতে সময় উলিয়াই শ্ৰমিকৰ লগত সাক্ষাৎ কৰিছিল, সুদূৰ গ্ৰামাঞ্চলত থকা কৃষকলৈকো চিঠিপত্ৰ লিখিছিল, আৰু সাহায্যৰ বাবে তেওঁৰ কাষ চপা প্ৰত্যেককে সন্তুষ্ট কৰিছিল। কোনোবাই বিচাৰিছিল এযোৰা চশমা, আন কোনোবাই বিচাৰিছিল গাঁৱৰ কোনো লাইব্ৰেৰীলৈ কিতাপ পঠাবলৈ—লেনিনে আনকি এনেকুৱা সাধাৰণ অনুৰোধবিলাকৰ প্ৰতিও কাণ দিছিল।

ঘৰ এটা সজা বেচ টান কাম। কিন্তু শত্ৰু পৰিবেষ্টিত বিশাল দেশ এখনত নতুন ৰাষ্ট্ৰ এখন গঢ়ি তোলা আৰু বেছি ডাঙৰ কাম?

অতিৰিক্ত কামৰ হেঁচাত লেনিনৰ স্বাস্থ্য হানি হ'ল। ১৯২২ চনৰ বসন্তকালত ডাক্তৰসকলে দঢ়াই দঢ়াই কলে যে তেওঁৰ জিৰণি আৰু চিকিৎসাৰ প্ৰয়োজন। লেনিন গৰ্কীলৈ গ'ল—মস্কোৰপৰা প্ৰায় ৩০

কিলোমিটাৰ দূৰত অৱস্থিত এয়া এডোখৰ সৰু ঠাই।

তাতেই তেওঁ গুৰুতৰ অসুখত প্ৰথম আক্ৰান্ত হৈ অশেষ কষ্ট ভোগে। এই অসুখৰ ফলতেই তেওঁৰ সোঁ হাত আৰু ভৰি অসাৰ হৈ যায় আৰু বাক্‌শক্তি অস্বাভাৱিক হৈ পৰে। তিনি সপ্তাহমানৰ পিছত তেওঁৰ অৱস্থাৰ উন্নতি হ'ল। গ্ৰীষ্মকালৰ শেহলৈ তেওঁ মস্কোলৈ উভতি আহি পুনৰ কামত আত্মনিয়োগ কৰিবলৈ সক্ষম হ'ল।

১৯২২ চনৰ অক্টোবৰৰ শেহৰফালে সদৌ ৰুছ কেন্দ্ৰীয় কাৰ্য্য-নিৰ্বাহক কমিটিৰ এখন অধিবেশনত দিয়া এটি ভাষণত লেনিনে কৈছিল যে শ্ৰমিকসকলৰ বীৰত্ব আৰু নিস্বাৰ্থতাৰ ভিতৰেদি বলছেভিক পাৰ্টিয়ে দেশখনক দ্ৰুতগতিৰে পুনৰ্স্থাপন কৰিবলৈ সমৰ্থ হৈছে।

১৩ নৱেম্বৰৰ দিনা "ৰুছ বিপ্লৱৰ পাঁচ বছৰ আৰু বিশ্ব বিপ্লৱৰ দৃষ্টিভঙ্গী" সম্পৰ্কে কমিউনিষ্ট আন্তৰ্জাতিক কংগ্ৰেছত তেওঁ কৈছিল যে, সুদক্ষ আৰু নিৰ্ভুল কাৰ্য্যেৰে বিশ্ববিপ্লৱৰ সম্ভাৱনা শুভই নহয়, উজ্জ্বলো।

ছুমাহ পাৰ হ'ল। লেনিনৰ স্বাস্থ্যৰ আকৌ অবনতি ঘটিল আৰু ডাক্তৰৰ পৰামৰ্শ অনুযায়ী তেওঁ পুনৰ গৰ্কীলৈ গ'ল।

১২ ডিচেম্বৰত লেনিন মস্কোলৈ উভতিল, কিন্তু ক্ৰেমলিনত এয়াই তেওঁ শেষবাৰ কাম কৰিলেহি। পিছদিনা ৰাতিপুৱা তেওঁ বৰ অসুস্থ হেন বোধ কৰিলে আৰু গৰ্কীলৈ উভতি গ'ল। ১৫ ডিচেম্বৰৰ দিনা ৰাতি তেওঁ দ্বিতীয়বাৰ আক্ৰান্ত হ'ল।

ডাক্তৰৰ নিৰ্দেশ মতে, তেওঁক কাকত-পত্ৰ পঢ়িবলৈ কিম্বা বন্ধু-বান্ধৱৰ লগত দেখা-সাক্ষাৎ কৰিবলৈ নিষেধ কৰা হ'ল। ডিচেম্বৰৰ শেহৰফালে অলপ সুস্থ বোধ কৰাত পুনৰ কামত নামিব খুজিলে।

প্ৰথমে তেওঁক নিতৌ ৫-১০ মিনিটৰ কাৰণে শ্ৰুতিলিখনৰ বাবে কথা কবলৈ অনুমতি দিয়া হ'ল আৰু কেইদিনমানৰ ভিতৰতে তেওঁ আধাঘণ্টামানকৈ কাম কৰিব পৰা হ'ল, কিন্তু তাতকৈ বেছি নহয়।

তেওঁৰ কৰ্ম-সময়ৰ প্ৰত্যেকটি মুহূৰ্তক অত্যন্ত মূল্যবান জ্ঞান

কৰি লেনিনে মুখেৰে কৈ কৈ লিখালে তেওঁৰ এই বিখ্যাত প্ৰবন্ধ-কেইটি: "কংগ্ৰেছলৈ চিঠি", "ৰাষ্ট্ৰীয় পৰিকল্পনা আয়োগক আইনসংক্ৰান্ত কাৰ্য্যৰ অধিকাৰ দান", "জাতিসমস্যাৰ প্ৰশ্ন কিম্বা স্বায়ত্তশাসন ব্যৱস্থা", "ডায়েৰীৰ কেইপৃষ্ঠামান", "সমবায়ব্যৱস্থা সম্পৰ্কে", "আমাৰ বিপ্লৱ", "আমি কেনেকৈ শ্ৰমিক আৰু কৃষকৰ পৰিদৰ্শন পুনৰ্সংগঠন কৰা উচিত", "ভাল অলপীয়াই হওক, কিন্তু ভাল" আৰু অন্যান্য প্ৰবন্ধ-ৰচনা।

ৰাষ্ট্ৰীয় পৰিকল্পনা আয়োগ সম্পৰ্কে প্ৰবন্ধত লেনিনে কয় যে, তেনে এটি সংস্থাৰ নেতৃত্বত থকা উচিত বহু অভিজ্ঞতাসম্পন্ন আৰু প্ৰযুক্তিবিদ্যাত সৰ্বাঙ্গীণ শিক্ষাৰে এজন লোক। প্ৰশাসনিক উপাদান মূলতঃ সহকাৰীহে হব লাগিব। তেওঁ আৰু কয় যে, ৰাষ্ট্ৰীয় পৰিকল্পনা আয়োগৰ দৰে এনেকুৱা এটি বৈজ্ঞানিক প্ৰতিষ্ঠানৰ মৰ্য্যাদাৰ কাৰণে ইয়াৰ নিৰ্দিষ্ট কিছু স্বাধীনতা আৰু স্বায়ত্তশাসন অপৰিহাৰ্য্য আৰু সেয়া নিৰ্ভৰ কৰে এটা কথাৰ ওপৰত, সেয়া হৈছে ইয়াৰ কৰ্মীসকলৰ বিবেক-বুদ্ধিসম্পন্নতা আৰু আমাৰ অৰ্থনৈতিক আৰু সামাজিক বিকাশৰ পৰিকল্পনাক বাস্তবত ৰূপায়িত কৰিবলৈ তেওঁলোকৰ নীতিজ্ঞানসম্পন্ন আকাঙ্ক্ষা।

"আন্তৰ্জাতিকতাবাদক কেনেদৰে বুজিব লাগিব?—এই প্ৰশ্নটো লৈ লেনিনে আলোচনা কৰিছে "স্বায়ত্তশাসন" সম্পৰ্কে তেওঁৰ প্ৰবন্ধটিত। তেওঁ ইয়াত নিৰ্দিষ্টভাৱে প্ৰকাশ কৰিছে যে এটা শোষক জাতিৰ জাতীয়তাবাদ আৰু এটা শোষিত জাতিৰ জাতীয়তাবাদৰ মাজত বৃহৎ জাতিৰ জাতীয়তাবাদ আৰু ক্ষুদ্ৰ জাতিৰ জাতীয়তাবাদৰ মাজত অৱশ্যেই পাৰ্থক্য ৰাখিব লাগিব। জাতিসমূহৰ মাজত আনুষ্ঠানিক সমতা কোনো কামৰ নহয় বুলি তেওঁ গুৰুত্বসহকাৰে কৈছিল।

জাতীয় সংখ্যালঘুসকলৰ প্ৰতি সুযোগ-সুবিধা দান আৰু সদয়ভাব প্ৰকাশৰ বেলিকা কম কৰাতকৈ বৰং বেছি কৰাটোহে বেছি ভাল।

সেই একেটা প্ৰবন্ধতে লেনিনে ভবিষ্যদ্বাণী উচ্চাৰণ কৰিছিল: "......বিশ্ব বুৰ্জোৱা কাইলৈৰ পুৰাটো হব এনে এটা দিন, যেতিয়া সাম্ৰাজ্যবাদৰ দ্বাৰা নিষ্পেষিত জাগ্ৰত জাতিসমূহ শেষপৰ্য্যন্ত• কৰ্মত উদ্বুদ্ধ হব আৰু তেওঁলোকৰ মুক্তিৰ কৰণে চূড়ান্ত সুদীৰ্ঘ আৰু কঠোৰ সংগ্ৰামৰ পাতনি মেলিব।

"ডায়েৰীৰ কেইপৃষ্ঠামান" প্ৰবন্ধত লেনিনে সমূহ জনগণৰ মাজত সাক্ষৰতা প্ৰসাৰৰ প্ৰশ্নটো উত্থাপন কৰিছে। এই সমস্যাটো আলোচনা প্ৰসঙ্গত তেওঁ কয় যে, "আমাৰ বিদ্যালয়ৰ শিক্ষকক এনে এটা স্তৰলৈ তোলা উচিত, যিটো স্তৰ বুৰ্জোৱা সমাজত তেওঁ কাহানিও লাভ কৰা নাছিল, আৰু কেতিয়াও সেই মান পাবগৈও 'নোৱাৰে।" তেওঁ আক্ষেপ কৰি কয় যে, জনশিক্ষাৰ ক্ষেত্ৰত যিখিনি কাম কৰা হৈছে, সেয়া নিচেই সামান্য। তেওঁ গুৰুত্ব সহকাৰে কয়, পুৰণি শিক্ষকসকলক তেওঁলোকৰ দৃঢ় অভ্যাসৰপৰা আঁতৰাই আনিবলৈ, নতুন সমস্যাৱলীৰ প্ৰতি তেওঁলোকক আকৃষ্ট কৰিবলৈ, নতুন শিক্ষাপদ্ধতিত তেওঁলোকৰ আগ্ৰহ জন্মাই তুলিবলৈ বহুখিনি কাৰ্য্য সমাধা কৰিব লাগিব।

"সমবায় ব্যৱস্থা সম্পৰ্কে" তেওঁৰ প্ৰবন্ধটোত লেনিনে জোৰ দি কয়, যিহেতু ৰাজনৈতিক ক্ষমতা শ্ৰমিকশ্ৰেণীৰ হাতত ন্যস্ত, যিহেতু এই ৰাজনৈতিক ক্ষমতাৰ হাততেই উৎপাদনৰ সকলো উপায়-উপকৰণ, সেয়ে একমাত্ৰ যিটো কাম বাকী ৰৈছে, সেয়া হ'ল সমবায় সমিতিৰ মাজত জনসাধাৰণক সংগঠিত কৰা। সমবায়ৰ মাজত সংগঠিত অধিকসংখ্যক জনসাধাৰণেৰে, সমাজতন্ত্ৰই তাৰ লক্ষ্য আপোনা-আপুনিয়েই লাভ কৰিবগৈ বুলি তেওঁ মন্তব্য কৰে।

ছুখানভ নামেৰে এজন লোকে প্ৰস্তুত কৰা এটা টোকাৰ প্ৰসঙ্গত লিখিত তেওঁৰ "আমাৰ বিপ্লৱ" প্ৰবন্ধত লেনিনে মাৰ্ক্সবাদৰ তত্ত্বৰ পাণ্ডিত্যাভিমানী ধাৰণা পোষণ কৰা সকলক তীব্ৰ ভৰ্ৎসনা কৰিছে।

তেওঁ গুৰুত্ব সহকাৰে কৈছিল যে মাৰ্ক্সবাদত বৈপ্লৱিক দ্বন্দ্ববাদেই হৈছে চূড়ান্ত কথা, আৰু বিপ্লৱৰ বিজয়ৰ কাৰণে শ্ৰমিকসকলৰ সংগ্ৰামৰ লগত কৃষকসকলৰ সংগ্ৰাম মিলিত কৰাৰ কাৰণে আহ্বান জনাইছিল।

"আমি কেনেকৈ শ্ৰমিক আৰু কৃষকৰ পৰিদৰ্শন পুনৰ্গঠন কৰা উচিত" প্ৰবন্ধত দাঙি ধৰিছে উচ্চ পাৰ্টি সংস্থাৰ পুনৰ্গঠনৰ এক পৰিকল্পনা। লেনিনে সোঁৱৰাই দিয়ে যে, "আমাৰ ছোভিয়েত প্ৰজাতন্ত্ৰত সামাজিক ব্যৱস্থা দুটা শ্ৰেণীৰ সহযোগিতাৰ ভিত্তিত প্ৰতিষ্ঠিত: শ্ৰমিকশ্ৰেণী আৰু কৃষক য'ত 'নেপমেন' অৰ্থাৎ বুৰ্জোৱাসকলকো এতিয়া নিৰ্দিষ্ট চৰ্তত অংশ গ্ৰহণ কৰিবলৈ অনুমতি দিয়া হৈছে।" কৃষক জনসাধাৰণে শ্ৰমিকশ্ৰেণীৰ কাষতে থাকি সমৰ্থন জনাব আৰু তেওঁলোকৰ মৈত্ৰীৰ প্ৰতি অনুগত থাকিব, নে তেওঁলোকে 'নেপমেন'সকলক শ্ৰমিকশ্ৰেণী আৰু তেওঁলোকৰ মাজত ঐক্যৰ ভাঙন ঘটাবলৈ দিব, তাৰ ওপৰতেই নিৰ্ভৰ কৰিব প্ৰজাতন্ত্ৰখনিৰ ভাগ্য—এইবুলি তেওঁ মন্তব্য কৰিছিল আৰু, কেন্দ্ৰীয় কমিটি আৰু কেন্দ্ৰীয় কণ্ট্ৰল কমিছন আৰু সমগ্ৰভাৱে পাৰ্টিকেই কৈছিল বিভেদ ঘটাব পৰা এনে পৰিস্থিতিৰ প্ৰতি সজাগ দৃষ্টি ৰাখিবলৈ।

"ভাল অলপীয়াই হওক, কিন্তু ভাল" শীৰ্ষক সুদীৰ্ঘ প্ৰবন্ধটো প্ৰধানতঃ, ৰাষ্ট্ৰ-যন্ত্ৰাংশৰ বিকাশ সাধনৰ মূল কাৰ্য্য সম্পৰ্কে লিখা। লেনিনে জোৰ দি কৈছিল, এই বিষয়ত, খৰখেদাতকৈ আন একোৱেই অধিক ক্ষতিকাৰক হব নোৱাৰে বুলিলেও হয়। তেওঁ কৈছিল: "আমাৰ ৰাষ্ট্ৰ-যন্ত্ৰাংশত নৱৰূপ দানৰ কাৰণে, আমি যিকোনো মূল্য দিয়েই নহওক লাগিলে, ওলাব লাগিব প্ৰথমতঃ শিকিবলৈ, দ্বিতীয়তঃ শিকিবলৈ, আৰু তৃতীয়তঃ শিকাৰ কাৰণেই আৰু তাৰ পাছত লক্ষ্য কৰিব লাগিব যাতে সেই জ্ঞানআহৰণ এক পুথিগত বিদ্যা কিম্বা এক প্ৰচলিত দেখনিয়াৰ কথাতেই আবদ্ধ নাথাকে·········সেই বিদ্যা প্ৰকৃততে আমাৰ অস্তিত্বৰেই এক অঙ্গ হব লাগিব, ই যথাৰ্থৰূপেই

আৰু সম্পূৰ্ণৰূপেই পৰিণত হ'ব আমাৰ সামাজিক জীৱনৰ এক আৱশ্যকীয় উপাদানত।"

লেনিনৰ স্বাস্থ্যৰ প্ৰতি চকু ৰখা ডাক্তৰসকলে তেওঁৰ স্বাস্থ্য পুনৰুদ্ধাৰৰ কাৰণে তেওঁলোকৰ সাধ্যমতে সকলোখিনিকেই কৰিলে। ১৯২৪ চনৰ ১৯ জানুৱাৰীৰ দিনা ছোভিয়েতসমূহৰ সদৌ ৰুছ দ্বিতীয় কংগ্ৰেছত ভাষণ দি এম. আই. কালিনিনে জনাইছিল, লেনিনে তেওঁৰ ৰাষ্ট্ৰীয় আৰু ৰাজনৈতিক কাৰ্য্যকলাপত পুনৰ আত্মনিয়োগ কৰিবলৈ সমৰ্থ হ'ব বুলি নেতৃস্থানীয় বিশেষজ্ঞসকলে ধাৰণা কৰিছে।

কিন্তু ২১ জানুৱাৰীৰ দিনা তেওঁৰ অৱস্থা অত্যন্ত বেয়াৰ ফালে ঢাল খালে আৰু গধূলি ৬-৫০ বজাত তেওঁ মস্তিষ্কৰ ৰক্তস্ৰাৱত ভুগি মৃত্যুৰ মুখত পৰিল।

কেন্দ্ৰীয় কমিটিয়ে সমগ্ৰ মেহনতী জনগণৰ উদ্দেশ্যে এটি বাণী প্ৰচাৰ কৰিলে। ইয়াত কোৱা হ'ল :

"মাৰ্ক্সৰ পিছৰপৰা শ্ৰমিকশ্ৰেণীৰ মহান মুক্তি আন্দোলনৰ বুৰঞ্জীয়ে আমাৰ এই বিদায়ী নেতা, শিক্ষাগুৰু আৰু বন্ধুৰ দৰে এনে এজন অসাধাৰণ শক্তিসম্পন্ন ব্যক্তি কাহানিও সৃষ্টি কৰা নাই। শ্ৰমিকশ্ৰেণীৰ যিখিনি প্ৰকৃততেই মহান আৰু বীৰত্বব্যঞ্জক—নিৰ্ভীক মন, লৌহসদৃশ ইচ্ছাশক্তি, অটল দৃঢ়প্ৰতিজ্ঞ, অবিচল আৰু সকলো বাধা-বিঘিনি অতিক্ৰম কৰিবলৈ সমৰ্থ, দাসত্ব আৰু নিষ্পেষণৰ প্ৰতি প্ৰজ্বলিত চিৰস্থায়ী ঘৃণা, পাহাৰকো টলাব পৰা প্ৰবল প্ৰচণ্ড বৈপ্লৱিক উদ্দীপনা—এই সকলোবোৰেই উজ্জ্বলৰূপে মূৰ্ত হৈছিল লেনিনৰ মাজত, যিজনৰ নাম পূবৰপৰা পশ্চিমলৈ, উত্তৰৰপৰা দক্ষিণলৈ সমগ্ৰ নতুন জগতৰ প্ৰতীকৰূপে প্ৰতিভাত হৈছিল·· ···

"কিন্তু তেওঁৰ দেহাৱসানত লয় পোৱা নাই তেওঁৰ আদৰ্শ, তেওঁৰ লক্ষ্য। লেনিন জীয়াই আছে আমাৰ পাৰ্টিৰ প্ৰতিজন সদস্যৰ হিয়াত। আমাৰ পাৰ্টিৰ প্ৰতিজন সদস্যই হৈছে লেনিনৰ একোটি

অঙ্গ। আমাৰ সমগ্ৰ কমিউনিষ্ট পৰিয়াল হৈছে লেনিনৰ সমষ্টিগত প্ৰতিৰূপ······আমাৰ শিক্ষাদাতাৰ মহাপ্ৰয়াণ আমাৰ কাৰণে এক নিদাৰুণ আঘাত, তেওঁৰ মৃত্যুৱে কিন্তু আমাৰ সৰ্বসাধাৰণ কৰ্মীসকলক আনকি অধিক ঘনিষ্ঠৰূপে ঐক্যবদ্ধ কৰিব। আমি পুঁজিবাদৰ বিৰুদ্ধে লানিলগাকৈ এক বলিষ্ঠ সংগ্ৰামী ধাৰাত অগ্ৰসৰ হ'ব লাগিছো আৰু পৃথিৱীৰ কোনো শক্তিয়েই আমাৰ চূড়ান্ত বিজয় ৰোধ কৰিব নোৱাৰিব।

"এই বিজয়লাভ হ'ব কমৰেড লেনিনৰ প্ৰতি সবাতোকৈ অনুপম স্মৃতিসৌধ—যিজন লোকক তেওঁবিলাকৰ শ্ৰেষ্ঠ বন্ধুৰূপে, সমূহ জনসাধাৰণে তেওঁলোকৰ 'ইলীচ' বুলি অভিহিত কৰিছিল, সেইজনৰ প্ৰতি শ্ৰেষ্ঠতম কীৰ্তিস্তম্ভ।

"আমাৰ পাৰ্টি দীৰ্ঘজীৱী হওক আৰু চিৰ বিজয়ী হওক!"

"শ্ৰমিকশ্ৰেণী দীৰ্ঘজীৱী হওক!"

সেই শীতকালটো আছিল অসচৰাচৰভাৱে অতিকৈ ঠাণ্ডা, কিন্তু লেনিনৰ প্ৰতি শেষ শ্ৰদ্ধা নিবেদন কৰিবলৈ আহিল অগণন নৰনাৰী—বিৰাট জনসমুদ্ৰ।

২৭ জানুৱাৰীৰ দিনা ৪ বজাত লেনিনৰ মৰদেহ থকা শবাধাৰটো স্মৃতিসৌধত ৰখা হ'ল।

সেইদিনা সমগ্ৰ বিশ্বজুৰি অসংখ্য শ্ৰমিকে পাঁচ মিনিট সময় কাম বন্ধ ৰাখে: ৰেলগাড়ীৰ যাত্ৰা স্তব্ধ হৈ যায় আৰু কলকাৰখানাত নিস্তব্ধতা নামি আহে।

বিশ্বৰ সৰ্বহাৰাসকলে লেনিনৰপৰা বিদায় লয়।

ছোভিয়েত ৰাইজে কঠিন সময়ৰ মাজেদি দিন অতিবাহিত কৰিছিল; কিন্তু লেনিনৰ মৃত্যুত তেওঁলোকৰ মনোবল ভাগি নপৰিল। ৰাজনীতিত পৰিপক্কতা লাভ কৰা শ্ৰমিকসকলে লেনিনবাদী পাৰ্টিটোত ভৰ্তিৰ কাৰণে আবেদন দিয়ে। সেই সময়ত ২৪০ হাজাৰ লোকে কমিউনিষ্ট পাৰ্টিত যোগ দিয়ে।



## উপনিবেশৰ জনগণৰ বন্ধু আৰু শিক্ষক

এৰেকেখন দেশতে হওক বা বিভিন্ন দেশৰ মাজতে হওক শত্ৰুতাই বিশ্বৰ জনসাধাৰণক বহু যুগ ধৰি বিভক্ত কৰি ৰাখিছে।

ছোভিয়েত ইউনিয়ন আৰু অন্যান্য সমাজতান্ত্ৰিক দেশৰ অভিজ্ঞতাই সুস্পষ্টভাৱে দেখুৱাইছে যে, বিভিন্ন জাতি পৰস্পৰৰ বন্ধু হব পাৰে। তেওঁলোকৰ মাজত শত্ৰুতা থকাৰ যে কোনো প্ৰয়োজন নাই তাকো ই দেখুৱাইছে।

জাতিগত বৈশিষ্ট্য অধ্যয়ন কৰাত লেনিনে বহু শক্তি আৰু সময় খৰচ কৰিছিল। ঐতিহাসিক উপাদান আৰু সমসাময়িক বাস্তৱক সূত্ৰ হিচাপে গ্ৰহণ কৰি জাতিত্বৰ প্ৰশ্নত তেওঁ এটা ব্যাপক তত্ত্ব গঢ়ি তুলিছিল। তেওঁ বিশ্বাস কৰিছিল যে উপনিবেশবাদৰ পতনৰ দিন ওচৰ চাপি আহিছে।

বুৰঞ্জীয়ে তেওঁৰ নিৰ্ভুলতাৰ প্ৰমাণ দিছে।

১৯১৬ চনত তেওঁ "সাম্ৰাজ্যবাদ আৰু সমাজতন্ত্ৰৰ বিযুক্তি" নামেৰে

এটা প্ৰবন্ধ লিখে। তাত কোৱা হয় "এপিনেদি আছে এমুঠি অতি ধনী আৰু সুবিধাভোগী জাতিক বাকী মানৱজাতিৰ শৰীৰত চিৰস্থায়ী ৰঘুমলাত পৰিণত কৰাৰ, আধুনিক সমৰবাদে যোগোৱা উৎকৃষ্ট ধ্বংসকাৰী অস্ত্ৰবোৰৰ সহায়ত নিগ্ৰো, ভাৰতীয় ইত্যাদি মানুহক দমন কৰি ৰাখি শোষণৰ ফল ভোগ কৰাৰ কাৰণে বুৰ্জোৱা আৰু সুবিধাবাদীসকলৰ প্ৰৱণতা। আন পিনেদি আছে আগতকৈ বেছি নিপীড়িত আৰু সাম্ৰাজ্যবাদী যুদ্ধবোৰৰ আটাইখিনি বোজা বোৱা সৰ্বসাধাৰণ লোকৰ এই যুঁৱলি দলিয়াই পেলোৱাৰ আৰু বুৰ্জোৱা-সকলক ক্ষমতাচ্যুত কৰাৰ প্ৰৱণতা। এই প্ৰৱণতা দুটাৰ মাজৰ সংগ্ৰামতে অৱধাৰিতভাৱে শ্ৰমিক আন্দোলনৰ বুৰঞ্জীয়ে বিকাশ লাভ কৰিব।"

দ্বিতীয় বিশ্ব যুদ্ধৰ পিছত এচিয়া আৰু আফ্ৰিকাৰ ৪০খনৰো বেছি ৰাষ্ট্ৰই উপনিবেশবাদৰ শৃঙ্খলৰপৰা নিজক মুক্ত কৰে। লেটিন আমেৰিকাত বিপ্লৱী কিউবাৰ অভ্যুদয় ঘটে। নীতিৰ প্ৰতি একনিষ্ঠতা আৰু সাহসিকতাৰদ্বাৰা কিউবাবাসীসকলে শ্ৰদ্ধা আৰু প্ৰীতি অৰ্জন কৰিছে। সমাজতন্ত্ৰৰ বিকাশে সমগ্ৰ বিশ্বজুৰি প্ৰপীড়িত জাতিসমূহৰ মুক্তি-প্ৰক্ৰিয়াত নতুন স্তৰ এটা চিহ্নিত কৰিছে।

প্ৰাচ্যৰ জাতিবোৰৰ প্ৰতি লেনিন সদায়ে গভীৰ সহানুভূতিশীল আছিল। তেওঁ পঢ়া কিতাপবোৰ সম্পৰ্কে কৰা মন্তব্য আৰু নতুন কিতাপ লিখিবলৈ সাজু হওঁতে লিখি ৰখা টোকাবোৰ আমি তেওঁৰ নোটবুকবোৰত দেখা পাওঁ। বেলজিয়ামে শোষণ কৰা কঙ্গো, বৃটিছ সাম্ৰাজ্যবাদীসকলে সম্পদ নিষ্কাষণ কৰি নিয়া ইজিপ্ত আৰু বৃটিছ শাসনত লাখ লাখ মানুহৰ অনাহাৰত মৃত্যু হোৱা ভাৰতৰ জনসাধাৰণৰ অৱস্থা সম্বন্ধে তেওঁ বহু কথা লিখিছিল।

চীন সম্পৰ্কে জানিবলৈ তেওঁৰ আগ্ৰহ আছিল গভীৰ। চীনা গণতন্ত্ৰীসকলৰ নেতা ছান-য়াৎ-ছেনৰ সৈতে তেওঁৰ পৰিচয় আছিল।

ঘটনাৰ অগ্ৰগতিৰ প্ৰতি তেওঁ তীক্ষ্ণ দৃষ্টি ৰাখিছিল আৰু অত্যাচাৰীৰ বিৰুদ্ধে চীনা ৰাইজৰ সংগ্ৰাম বাঢ়ি যোৱা দেখি তেওঁ আনন্দ পাইছিল।

বৃটিছ উপনিবেশবাদীসকলক তেওঁ অতি ঘিণ কৰিছিল ; পৰাধীন কৰি ৰখা জাতিবোৰক নিৰ্মম শোষণ, নিষ্ঠুৰতা আৰু অৰাজকতা আদি পুঁজিবাদে সৃষ্টি কৰা সকলো অন্যায় আৰু অনাচাৰক লেনিনে অতিশয় নিন্দা কৰিছিল।

ইন্দোনেছীয়সকলৰ বিষয়ে তেওঁ গভীৰ চিন্তা কৰিছিল। ৰুছিয়াৰপৰা প্ৰায় দহ হাজাৰ কিলোমিটাৰ দূৰত অৱস্থিত এই দ্বীপটোত পৰ্তুগীজ উপনিবেশবাদীসকলৰ বিৰুদ্ধে হোৱা অসন্তোষৰ প্ৰতি তেওঁ লক্ষ্য ৰাখিছিল।

ব্ৰহ্মদেশ, ইৰান, ৰোডেছিয়া আৰু কঙ্গোৰ জনসাধাৰণৰ প্ৰতি লেনিন সহানুভূতিশীল আছিল। তেওঁ ভৱিষ্যৎবাণী কৰিছিল যে ঔপনিবেশিক দেশবোৰৰ লোকসকলে উপনিবেশবাদ আৰু সাম্ৰাজ্য-বাদৰ শৃঙ্খল ছিঙাৰ দিন আহিব লাগিছে।

নিজৰ দেশৰ ভৱিষ্যৎ সম্পৰ্কেহে মানুহ উদ্বিগ্ন হোৱা উচিত নহয়। আন সকলোকে আওকাণ কৰি মাত্ৰ নিজৰ আশ্ৰয়হে তেওঁলোকৰ চিন্তাৰ বিষয় হোৱা উচিত নহয়: স্বদেশ আৰু বিদেশৰ মানুহৰ দুখদুৰ্দশা তেওঁলোকে অনুভৱ কৰিব লাগিব। দেশপ্ৰেমিক হব লাগিব আৰু আন জাতিবোৰৰ প্ৰতি শ্ৰদ্ধা প্ৰদৰ্শন কৰিব লাগিব। অৰ্থাৎ তেওঁলোক আন্তৰ্জাতিকতাবাদী হব লাগিব। মাত্ৰ তেতিয়াহে তেওঁলোকে আন জাতিবোৰৰ প্ৰতি সহানুভূতিশীল হব আৰু উক্ত জাতিবোৰৰ সংগ্ৰামত সহায় কৰিব পাৰিব। কিন্তু নিজৰ দেশ আৰু দেশবাসীক ভাল নাপালে কোনো প্ৰকৃত আন্তৰ্জাতিকতাবাদী হব নোৱাৰে।

লেনিনে জাতীয় ঠেক-মনোবৃত্তি বিপদজনক বুলি ভাবিছিল। তেওঁ শ্ৰমজীৱী ৰাইজক কৈছিল যে সাম্ৰাজ্যবাদ হৈছে বিভিন্ন দেশৰ অত্যাচাৰীসকলৰ সংস্থা এটা ; ইয়াৰ বিৰুদ্ধে ঐক্যবদ্ধ মোৰ্চা এটা

গঠন কৰিব লাগিব। "সকলো দেশৰ শ্ৰমিকসকল ঐক্যবদ্ধ হোৱা।"—ধ্বনিত এই সংগ্ৰাম চলাব লাগিব।

ৰাজনৈতিক স্বাধীনতা জয়েই যথেষ্ট নহয়। সাম্ৰাজ্যবাদীসকলে অৰ্থনৈতিকভাৱে শক্তিশালী নহলে উক্ত দেশবোৰৰ ৰাজনৈতিক স্বাধীনতা কাঢ়ি লব পাৰে।

নৱ-উপনিবেশবাদ কি? পুৰণা উপনিবেশবাদ গোপন কৰাৰ কাৰণে ৰচনা কৰা ই এটা নীতি। নবীন ৰাষ্ট্ৰবোৰে যে পুঁজিবাদৰ পৰা এটা ভয়ঙ্কৰ উত্তৰাধিকাৰ লাভ কৰিছে আৰু এতিয়াও যে উক্ত ৰাষ্ট্ৰবোৰে নিজৰ জাতীয় অৰ্থনীতি গঢ়ি তুলিব পৰা নাই এই ঘটনাৰ সুযোগ সাম্ৰাজ্যবাদে এই নীতিৰদ্বাৰা গ্ৰহণ কৰিছে।

ছোভিয়েত ইউনিয়নে সদায়ে অৰ্থনৈতিক স্বাধীনতা সংহত কৰা, শিল্প নিৰ্মাণ, কৃষি পুনৰ্গঠন আৰু বিজ্ঞান আৰু সংস্কৃতিৰ বিকাশৰ কাৰণে নতুনকৈ স্বাধীনতা পোৱা দেশবোৰক সাহায্য দি আহিছে। নিজৰ অৰ্থনীতি গঢ়োতে অকল নিজৰ ওপৰতে নিৰ্ভৰ কৰিব লগীয়া হোৱাত ছোভিয়েত ৰাইজে জানে উক্ত লক্ষ্যবোৰৰ মানে কি?

কমিউনিষ্ট নিৰ্মাণকাৰ্য্যত সাফল্য লাভৰ অৰ্থে প্ৰয়োজনীয় সকলো বস্তুৱেই আজি ছোভিয়েত যুক্তৰাষ্ট্ৰৰ আছে। নিজে স্বচ্ছল হোৱাত অন্যান্য দেশক ই সাহায্য দিব পাৰে আৰু তাকে কৰে নিঃস্বাৰ্থভাৱে।

ই সঁচা যে ছোভিয়েত ইউনিয়নৰ নিজৰে বস্তু-বেহানি, যন্ত্ৰ-পাতি আৰু কল-কাৰখানাৰ প্ৰয়োজন। কিন্তু নিজৰ স্বাধীনতা সংহত কৰাত উন্নয়নশীল দেশবোৰক সহায়-সমৰ্থন দিয়া কৰ্তব্য বুলি ই ভাবে।

শত্ৰুবোৰে ছোভিয়েত ইউনিয়নৰ ওপৰত থকা নবীন ৰাষ্ট্ৰসমূহৰ আস্থা ভাঙিবৰ প্ৰয়াসত সকলো ধৰণৰ কাহিনীকে প্ৰচাৰ কৰিছে। অন্যান্য প্ৰচাৰৰ ভিতৰত এটা হৈছে ছোভিয়েত ৰাইজে ধৰ্মাচৰণ নিষিদ্ধ কৰে আৰু ধৰ্মবিশ্বাসী মানুহৰ ওপৰত অত্যাচাৰ চলায়। ই সঁচানে ছোভিয়েত ইউনিয়ন ভ্ৰমণ কৰা লোকসকলক সোধক।

ই সঁচা যে কমিউনিষ্ট পার্টিয়ে নিৰীশ্বৰবাদ সম্পৰ্কে শিক্ষা দিয়ে আৰু তথাকথিত ঈশ্বৰৰ ইচ্ছাত যে একোকে নঘটে তাৰ কথা প্ৰচাৰ কৰে।

ধৰ্মবিশ্বাসৰ কাৰণে মানুহৰ প্ৰতি অসন্মানজনক ব্যৱহাৰ নকৰিবলৈ লেনিনে সদায়ে জোৰ দিছিল। কমিউনিষ্টসকলে ভালকৈ জানে ধৰ্ম নিষিদ্ধ বা নিৰ্মূল কৰা অসম্ভৱ। ধৰ্মবিশ্বাসী লোকসকলৰ কামকাজত তেওঁলোকে কেতিয়াও হস্তক্ষেপ নকৰে।

১৯১৭ চনৰ নৱেম্বৰত, ছোভিয়েত চৰকাৰে ৰুছিয়া আৰু প্ৰাচ্যৰ সকলো শ্ৰমজীৱী মুছলমানৰ উদ্দেশ্যে ৰচিত বিবৃতিটো প্ৰকাশ কৰে। লেনিনৰদ্বাৰা স্বাক্ষৰিত এই বিবৃতিটোত কোৱা হৈছেঃ এতিয়াৰপৰা আপোনালোকৰ ৰীতি, বিশ্বাস আৰু জাতীয় আৰু সাংস্কৃতিক প্ৰতিষ্ঠানবোৰ স্বাধীন আৰু অলঙ্ঘনীয় বুলি ঘোষণা কৰা হ'ল। নিজৰ জাতীয় জীৱন আপোনালোকে স্বাধীনভাৱে আৰু অবাধে স্থিৰ কৰি লওক। সেই অধিকাৰ আপোনালোকৰ আছে।

ছোভিয়েত ইউনিয়নে অন্যান্য দেশলৈ সাম্যবাদ ৰপ্তানি কৰে বুলি সাম্ৰাজ্যবাদীসকলে কয়। কথাষাৰ সম্পূৰ্ণ মিছা। জনসাধাৰণৰ ওপৰত সমাজব্যৱস্থা এটা জাপি দিয়া অসম্ভৱ; কি পাবলৈ বিচাৰে জনসাধাৰণে নিজে তাৰ সিদ্ধান্ত লয়।

সমাজতন্ত্ৰৰ ভাবধাৰাই যেতিয়া মানুহৰ মনক গভীৰভাৱে আকৰ্ষণ কৰে, তেতিয়া তেওঁলোকে নিজে নিজেই সমাজতন্ত্ৰৰ পথ বাছি লয়।

সাম্ৰাজ্যবাদীবোৰে জনসাধাৰণক বিভ্ৰান্ত কৰিবলৈ আৰু নতুন সমাজব্যৱস্থাৰ বিষয়ে তেওঁলোকৰ মনত অবিশ্বাস সৃষ্টি কৰিবৰ কাৰণে মিছা প্ৰচাৰ কৰে। শ্ৰমিক আৰু কৃষকসকলক শোষণ কৰাৰ যোগেদি যি বিৰাট লুণ্ঠিত সম্পত্তি জমায়েত কৰিছে সেই সম্পত্তি ৰক্ষা কৰিবলৈকে তেওঁলোকে এই পন্থা গ্ৰহণ কৰে।



## লেনিনে চিত্ৰিত কৰা পথেদি

১৯৬১ চনৰ শৰৎকালত ক্ৰেমলিনৰ নতুন কংগ্ৰেছ ভৱনত হোৱা ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টিৰ ২২তম কংগ্ৰেছ ছোভিয়েত কমিউনিষ্ট পাৰ্টিৰ নতুন কৰ্মসূচী আলোচনা কৰিছিল আৰু গ্ৰহণ কৰিছিল।

১৯০৩ চনত দ্বিতীয় কংগ্ৰেছত গৃহীত প্ৰথম পাৰ্টি কৰ্মসূচীখনে ৰুছিয়াৰ শ্ৰমিকসকলক আৰু সমগ্ৰ শ্ৰমজীৱী জনসাধাৰণক জাৰৰ শাসন আৰু তাৰ পিছত বুৰ্জোৱা ব্যৱস্থা উৎখাত কৰাৰ সংগ্ৰামত অৱতীৰ্ণ হ'বলৈ আৰু সৰ্বহাৰাৰ একনায়কত্ব প্ৰতিষ্ঠা কৰিবলৈ আহ্বান জনাইছিল।

ইতিহাসত নথিভুক্ত হৈছে যে কমিউনিষ্টসকলে তেওঁলোকৰ প্ৰথম কৰ্মসূচী পৰিপূৰ্ণ কৰিলে।

দ্বিতীয় কৰ্মসূচী গৃহীত হৈছিল ১৯১৯ চনৰ অষ্টম কংগ্ৰেছত। এই কৰ্মসূচীৰ লক্ষ্য আছিল সমাজতন্ত্ৰ নিৰ্মাণ। কমিউনিষ্ট পাৰ্টিৰ

দ্বাৰা পৰিচালিত হৈ ছোভিয়েত জনসাধাৰণে এই লক্ষ্যও লাভ কৰিলে। ছোভিয়েত ইউনিয়নত সমাজতন্ত্ৰৰ নিৰ্মাণ হ'ল।

আজি কমিউনিষ্ট পাৰ্টিয়ে ছোভিয়েত জনগণক সমবেত কৰিছে এক সাম্যবাদী সমাজ নিৰ্মাণ কৰিবলৈ। তৃতীয় কৰ্মসূচীত এই উদ্দেশ্যকেই লিপিবদ্ধ কৰা হৈছিল।

কিন্তু বুৰ্জোৱা মতাদৰ্শীসকলে যিমানেই চেষ্টা নকৰক, ছোভিয়েত ইউনিয়ন আৰু আন আন সমাজতান্ত্ৰিক দেশবোৰৰ বিপ্লৱী সাফল্য-সমূহৰ অপযশ কৰাত বা তেওঁলোকৰ সাফল্যসমূহ কম কৰি দেখুওৱাত সদায়ে ব্যৰ্থ হৈছে। আনহাতে, এই কথা কোৱাৰো কোনো ভিত্তি নাই যে পুঁজিবাদ সাৰ্বজনীন কল্যাণৰ এখন সমাজত পৰিণত হৈছে।

ইউৰোপৰ সমস্যাৱলীৰ অৱস্থাৰ প্ৰতি এবাৰ দৃষ্টিপাত কৰা হওক।

আনকি বুৰ্জোৱা সংবাদপত্ৰবোৰেও ( সেইবোৰৰ ভিতৰতে লণ্ডন ফাইনেন্সিয়েল টাইমছো এখন ) লিখিছে যে ইউৰোপ এক কঠোৰতম হৈচাৰ সময়ৰ মাজেদি পাৰ হব লাগিছে।

১৯৬৮ চনৰ মাৰ্চ আৰু ডিচেম্বৰৰ মাজত, পশ্চিম ইউৰোপ প্ৰচলিত মুদ্ৰা সংকটৰ এক তীব্ৰ যন্ত্ৰণাৰ মাজত পৰিছিল আৰু ইটালি, বেলজিয়াম আৰু ডেনমাৰ্কত চৰকাৰৰ সাল-বদল হৈছিল।

ইউৰোপীয় পুঁজিবাদী দেশবোৰত শিল্পৰ বিষয়ে কবলৈ গলে ইয়াকে কব লাগিব যে সকলোৰে ওপৰত কৰ্তৃত্ব কৰা পুঁজিবাদী একচেটিয়াপতিসকলৰ মাজত ঘন ঘন সংঘৰ্ষয়ে ইয়াক চিহ্নিত কৰিছে। ইটালীয় ফিয়েট আৰু ফৰাছী চাইট্ৰোয়েন কোম্পানী দুটা লগ লাগি এটা গোট হল আৰু মাৰ্কিন যুক্তৰাষ্ট্ৰৰ পুঁজিপতিসকলৰ দ্বাৰা সুৰক্ষিত প্ৰখ্যাত পশ্চিম জাৰ্মান ভোলকস্বাগেনক উদৰস্থ কৰি ললে। ব্ৰিটেনতো কোম্পানীবোৰৰ ভালেমানবোৰ একোটা

গোটত অন্তর্ভুক্ত হ'ল, যিবোৰত এহেজাৰ নিযুত পাউণ্ড জড়িত আছিল।

সমস্ত ইউৰোপতে প্ৰতিধ্বনিত হৈছে সামৰিক বেণ্ডৰ চিঞৰ-বাখৰ আৰু বজ্ৰনাদ। মাটিত, পানীত আৰু বতাহত সামৰিক খেল-ধেমালিৰ মহড়া চলিছে।

যোৱা কেইবছৰত শক্তিশালী ধৰ্মঘটে ইউৰোপক তুমুলভাৱে আন্দোলিত কৰিছে।

পৰিসংখ্যানৰ মতে, আমেৰিকাৰ ৰাজপথবোৰত প্ৰায় এক নিযুত মটৰকাৰে মানুহ কঢ়িয়ায়, কিন্তু ৩৫ নিযুত মাৰ্কিনবাসী "দাৰিদ্ৰ্যৰ চুৰাবদলিত" থিয় দি আছে আৰু তেওঁলোকৰে ১০ নিযুতে অপুষ্টি-কৰতাৰপৰা ভুগিছে।

আমেৰিকাৰ বাৰ্ষিক সামৰিক ব্যয় ৮০ হাজাৰ নিযুত ডলাৰ পৰ্য্যন্ত পাইছেগৈ, তাৰে ৩০ নিযুত ভিয়েৎনামৰ যুদ্ধত ব্যয় হৈছে।

মাৰ্কিন যুক্তৰাষ্ট্ৰৰ নিগ্ৰো অধিবাসীসকল তেওঁলোকৰ প্ৰতি অস্বীকৃত নাগৰিক অধিকাৰবিলাক লাভ কৰিবৰ কাৰণে তেওঁলোকৰ সংগ্ৰামত ক্ৰমেই বেছিকৈ সক্ৰিয় হৈ পৰিছে। ১৯৬৮ চনৰ এপ্ৰিলত নিগ্ৰোসকলক অন্তৰ্ভুক্ত কৰা সংঘৰ্ষবোৰ ১২৫ খন নগৰলৈকে সম্প্ৰসাৰিত হৈছিল। শান্তি স্থাপনৰ কাৰণে চৰকাৰে এক বিৰাট পুলিচ বাহিনী আৰু ৭০ হেজাৰ সৈন্যদল নিয়োগ কৰিব লগা হৈছিল।

বিশ্বৰ আধাৰো বেছি জনসংখ্যা এছিয়াত বাস কৰে। সাম্ৰাজ্য-বাদৰ বহু-শতাব্দীজোৰা শাসন এতিয়াও তাত অনুভৱ কৰা হয়। এই কথা গণনা কৰি পোৱা হৈছে যে এছিয়ালৈ ৰপ্তানি কৰাৰপৰা মাৰ্কিন যুক্তৰাষ্ট্ৰই পোৱা প্ৰতি হাজাৰ নিযুত ডলাৰ অৰ্থ হ'ল এক লাখৰো অধিক মাৰ্কিনবাসীৰ কৰ্ম-নিযুক্তি, কিন্তু এছিয়াৰ দেশবোৰত

কমেও তিনি লাখ মানুহক কামৰপৰা বঞ্চনা। ফিলিপাইনত ডেৰ নিযুতবো অধিক লোক নিবনুৱা। অৰ্থনীতিবিদসকলৰ মতে তাত আনকি এটা তীখা কাৰখানাইও শেষ অৱস্থাত তিনি লাখ মানুহক কাম দিব পাৰে।

লেনিনে ভবিষ্যদ্বাণী কৰিছিল যে উপনিবেশবাদৰ বিৰুদ্ধে তীব্ৰ সংগ্ৰাম চলিব। আজি ৪১ খন আফ্ৰিকীয় ৰাষ্ট্ৰই (জনসংখ্যা ২৪৪ নিযুত) স্বাধীনতা লাভ কৰিছে। এঙ্গোলা, মোজাম্বিক, গিনি (বিছাউ), ৰোডেছিয়া আৰু নামিবিয়াৰ জনসাধাৰণ এতিয়াও উপনিবেশবাদী আৰু বৰ্ণ-বিদ্বেষীবোৰৰ শাসনৰ তলত আছে।

উদীয়মান ৰাষ্ট্ৰসমূহৰ জনসাধাৰণে তেওঁলোকৰ স্বাধীনতাৰ কাৰণে কঠোৰ সংগ্ৰাম কৰিব লগা হৈছে। ১৯৬০ৰ দশকৰ আৰম্ভণিৰ বছৰবোৰত ইউৰোপত শ্ৰমশিল্পৰ উৎপাদন যি পৰ্য্যায়ত আছিল সেই অৱস্থা পাবলৈ হলে ২০০০ চনলৈকে আফ্ৰিকাই বছৰি শতকৰা ৬ ভাগকৈ উৎপাদন বৃদ্ধি কৰিব লাগিব।

লেটিন আমেৰিকাত অৱস্থাটো কেনে?

কলম্বিয়াৰ মেডেলিনত বহা লেটিন আমেৰিকান বিশপসকলৰ দ্বিতীয় সাধাৰণ পৰিষদৰ এটা বিবৃতিত কোৱা হৈছিল ঃ

"লেটিন আমেৰিকাৰ জনসংখ্যা ২৬৮ নিযুত, তাৰে শতকৰা ৪০ ভাগ ১৫ বছৰৰ তলত। এটা পৰিয়ালে মাহে মাত্ৰ ২৫ ডলাৰমানহে উপাৰ্জন কৰে। শতকৰা প্ৰায় ৫০ ভাগ অশিক্ষিত..."

এই সম্পৰ্কে ব্ৰাজিলিয় আলোচনী ক্ৰুছেইৰোৱে মন্তব্য কৰিছিল ঃ

"মহাদেশখনত অৱস্থা সঁচাকৈয়ে ভীতিপ্ৰদ য'ত আনকি উচ্চপদস্থ ধৰ্মযাজকসকলেও বিপদৰ সঙ্কেত দিছে।"

লেনিনে কৈছিল যে শ্ৰমজীৱী মানুহৰ কাৰণে উপনিবেশবাদ এটা ভয়ঙ্কৰ নিপীড়নৰ যন্ত্ৰ।

তেওঁ যে কিমান শুদ্ধ আছিল তাৰ এটা প্ৰমাণ হৈছে লেটিন আমেৰিকাৰ জীৱন। দ্বাদশ আন্তৰ্জাতিক শিশুৰোগ বিশেষজ্ঞসকলৰ কংগ্ৰেছত মেক্সিকোৰ ৰাফায়েল গালভানে কৈছিল যে বাইশ নিযুত শিশুৱে অপুষ্টিজনকতাৰপৰা ভুগিব লাগিছে।



## আজিৰ ছোভিয়েত ইউনিয়ন

বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ সৰ্বাধুনিক আবিষ্কাৰ অনুসৰি সুসজ্জিত বৃহদাকাৰ শিল্পৰ ভিত্তিতেই সমাজতান্ত্ৰিক নিৰ্মাণকাৰ্য্য প্ৰতিষ্ঠিত হোৱা উচিত বুলি লেনিনে কৈছিল। উন্নত উৎপাদন-ব্যৱস্থাইহে কেৱল মেহনতী জনগণৰ কাৰ্য্য লঘু কৰিব পাৰে আৰু বৈষয়িক সম্পদৰ প্ৰাচুৰ্য্য সৃষ্টি কৰিব পাৰে। য'ত সকলো সম্পদ শ্ৰমজীৱী জনগণৰ মাজত বিতৰণ কৰা হয়, সেই সমাজতন্ত্ৰৰ অধীনতেইহে শ্ৰমজীৱী জনসাধাৰণক ভালদৰে ভৰণ-পোষণ দিব পৰা যায়।

ছোভিয়েত জনগণে সফলভাৱে বাস্তৱত ৰূপায়িত কৰিছে লেনিনৰ নিৰ্দেশ। ১৯৬৮ চনত, ঔদ্যোগিক উৎপাদন আছিল ১৯১৩ চনৰ জাৰৰ ৰুছিয়াৰ পৰিমাণৰ ৭৯ গুণ, কৃষি উৎপাদন ১৯১৩ চনতকৈ ২'৯ গুণ বেছি।

দ্বিতীয় মহাসমৰৰ পূৰ্বেই আনকি ছোভিয়েত ঔদ্যোগিক উৎপাদন

আছিল পৰ্য্যাপ্ত, কিন্তু আজি এই উৎপাদন ১৯৪০ চনৰ তুলনাত প্ৰায় দহ গুণ বেছি।

প্ৰত্যেক দিনেই অজস্ৰ বিদেশী লোক আহে ছোভিয়েত ইউনিয়ন ভ্ৰমণাৰ্থে। তেওঁলোকৰ মাজৰো যিসকলে ইয়াৰ প্ৰতি বিশেষ কোনো সদয় ভাব পোষণ নকৰে সেইসকলেও আনকি অস্বীকাৰ কৰিব পৰা নাই ছোভিয়েত অৰ্থনীতি আৰু সংস্কৃতিৰ ক্ষেত্ৰত, বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ক্ষেত্ৰত আৰু যিবিলাকৰ ওপৰত জীৱন-ধাৰণৰ মান নিৰ্ভৰ কৰে সেই সকলো ক্ষেত্ৰতেই সাধিত অভূতপূৰ্ব অগ্ৰগতিৰ কথা।

জাৰতন্ত্ৰী ৰুছিয়াৰ পূৰ্বৰ আওহতীয়া সীমান্ত প্ৰদেশবোৰত ঘটা পৰিবৰ্তন বিশেষভাৱে চমক লগা। কাজাখস্তানত আজি ঔদ্যোগিক উৎপাদন ১৯১৩ চনৰ স্তৰৰ ১১৪ গুণ, মলদাভিয়াত ১১০ গুণ, কিৰঘিজিয়াত ১৩৮ গুণ, আৰু আৰ্মেনিয়াত ১৩৬ গুণ।

যিসকলে এইবোৰ অঞ্চল আৰু অন্যান্য ছোভিয়েত প্ৰজাতন্ত্ৰ ভ্ৰমণ কৰি গৈছে, সেইসকলৰ চকুত নপৰাকৈ থকা নাই ইয়াত গঢ়ি উঠা অজস্ৰ কল-কাৰখানা আৰু নতুন নতুন চহৰ-নগৰ।

কৃষিব্যৱসায়ৰ চেহেৰা চিনিব নোৱাৰাকৈ সলনি হৈছে। ছোভিয়েত ইউনিয়নত ব্যক্তিগত কোনো কৃষিপাম নাই। তাৰ পৰিবৰ্তে, ইয়াত আছে কোলখোজ আৰু ছোভখোজবিলাক অৰ্থাৎ যৌথ কৃষিপাম আৰু ৰাষ্ট্ৰীয় কৃষিপাম। কৃষকসকলে যেতিয়া সমবায়ৰ মাজত তেওঁবিলাকৰ ব্যক্তিগত মাটি মিলাই দিলে তেতিয়া দেখা দিলে 'কোলখোজ'বোৰে, আৰু 'ছোভখোজ'বোৰ হ'ল ৰাষ্ট্ৰ-পৰিচালনাধীন নিজস্ব কৃষি উদ্যোগ।

ৰাষ্ট্ৰই কৃষিৰ ক্ষেত্ৰত প্ৰয়োজনীয় সকলো যন্ত্ৰপাতিৰ যোগান ধৰে যাতে উৎপাদনৰ ক্ষেত্ৰত স্থিৰগতিৰ বৃদ্ধি সুনিশ্চিত হয়। ১৯৬৬ চনত মুঠ দানাশস্য ( যৱ, ৰাই, অ'ট, বাৰ্লি, গোমধান, ধান )

চপোৰা হৈছিল ১৭১'২ নিযুত টন। ছোভিয়েত ইউনিয়নৰ গোটেই বুৰঞ্জীত এয়া আছিল এক ৰেকৰ্ড সৃষ্টিকাৰী শস্য সংগ্ৰহ।

জাতীয় আয় হৈছে এখন দেশৰ বিকাশ-স্তৰৰ এক মূল সূচক। অন্যান্য সমাজতান্ত্রিক দেশত হোৱাৰ দৰেই, ছোভিয়েত ইউনিয়নতো জাতীয় আয় সম্পূর্ণে শ্রমজীৱী জনগণৰ অধিকাৰত আৰু তেওঁলোকৰ কল্যাণ সাধিব পৰাকৈয়ে ইয়াৰ বিতৰণ কৰা হয়। বণ্টন সম্পাদিত হয় দুটি পথেদি: প্ৰথমটো, উৎপাদন সম্প্রসাৰণ কৰাত আৰু দ্বিতীয়টো, জীৱনধাৰণৰ আৰু সাংস্কৃতিক মান উন্নত কৰাত। জাতীয় আয়ৰ তিনি-চতুর্থাংশৰো অধিক নিয়োজিত হয় ব্যক্তিগত আৰু সামাজিক ব্যৱহাৰৰ কাৰণে আৰু বাকীখিনি—উৎপাদনৰ বিস্তাৰ আৰু প্ৰয়োজনীয় সঞ্চয় সংগ্ৰহৰ কাৰণে।

জাতীয় জন-ভোগ্য পুঁজি সচৰাচৰতে ব্যৱহৃত হয় বুঢ়া-বয়সৰ পেন্সন আৰু বানচ আদি দিয়াত, সামাজিক বীমা আৰু সামাজিক কল্যাণৰ, শিক্ষা আৰু চিকিৎসা সেৱাৰ ( এয়া বিনামূলীয়া ) ব্যয় পূৰণ কৰাত ; ছাত্ৰসকলক বৃত্তি দিয়াৰ কাৰণে আৰু বিনামূল্যে কিম্বা কেৱল আংশিক খৰচ ভৰিয়েই স্বাস্থ্যনিবাস আৰু বন্ধ দিন উদ্‌যাপন-গৃহত থকাৰ সুযোগ গ্ৰহণকাৰীসকলৰ থকা-খোৱাৰ খৰচাদিৰ কাৰণে ; কিণ্ডাৰগাৰ্টেন আৰু নাৰ্ছাৰি আৰু অন্যান্য অজস্ৰ সামাজিক আৰু সাংস্কৃতিক প্ৰতিষ্ঠানৰ ৰক্ষণাবেক্ষণৰ ব্যৱস্থা কৰাত।

মূঠৰ ওপৰত, শিল্প আৰু নিৰ্মাণকাৰ্য্যৰ শ্ৰমিকসকলৰ প্ৰকৃত আয় ১৯৬৮ চনত বৃদ্ধি পাইছে সাত গুণৰো বেছি ( ১৯১৩ চনৰ তুলনাত ) আৰু কৃষকৰ প্ৰকৃত আয় ( জনমূৰি হিচাপ অনুযায়ী ) ১১ গুণ।

গাঁও আৰু টাউন উভয়ৰ কাৰণে, পৰিয়ালপিছু খৰচ বছৰি প্ৰায় ৭৫০ ৰুবলৰ ওচৰাউচৰি। ইয়াৰ ভিতৰত অৱশ্যে পৰিয়ালপতি ১৫০ ৰুবলৰ হিচাপ ধৰা হোৱা নাই, যিটো পৰিমাণ চৰকাৰ আৰু যৌথ কৃষিপামে গৃহনিৰ্মাণ, বিদ্যালয়, সাংস্কৃতিক আৰু জনসেৱা

প্ৰতিষ্ঠান আৰু চিকিৎসা সংক্ৰান্ত প্ৰতিষ্ঠানৰ বাবে খৰচ কৰে।

ছোভিয়েত ইউনিয়ত গৃহনিৰ্মাণ-কাৰ্য্য প্ৰকৃততেই চমকপ্ৰদ। প্ৰতি বছৰেই নগৰত প্ৰায় দুই নিযুত আধুনিক ফ্লেট-ঘৰ নিৰ্মাণ হ'ব লাগিছে আৰু গ্ৰামাঞ্চলত হৈছে ৪০০ হাজাৰ পৰ্য্যন্ত ঘৰ। কেৱল যোৱা চাৰি বছৰতেই, ৪০ নিযুতৰো ওপৰ লোকে তেওঁলোকৰ থকা-মেলাৰ অৱস্থা উন্নত কৰি লবলৈ সমৰ্থ হৈছে। স্কুল আৰু প্ৰাক-বিদ্যালয় প্ৰতিষ্ঠান, আস্পতাল, ক্লাব, চিনেমা আৰু লাইব্ৰেৰীৰ সংখ্যা অনবৰত বাঢ়িবই লাগিছে।

নাৰীসকলৰ জীৱন সহজতৰ কৰি তুলিবলৈ ছোভিয়েত ইউনিয়নত বহুখিনি কাম কৰা গৈছে। প্ৰাক্-বিদ্যালয় প্ৰতিষ্ঠানৰ সংখ্যা অবিৰাম বৃদ্ধি পাইছে। সেইবিলাকত বৰ্তমানে প্ৰায় দহ নিযুত শিশুৰ স্থান আছে। মাক-দেউতাকসকলে তেওঁলোকৰ কণ-কণ ল'ৰাছোৱালীক এই প্ৰতিষ্ঠানবোৰলৈ পঠাব পাৰি সুখী হৈছে, আৰু এই শিশু-প্ৰতিষ্ঠানবোৰ চাই সকলো বিদেশী ভ্ৰমণকাৰীয়ে ভুৰি ভুৰি প্ৰশংসা জনাইছে।

ছোভিয়েত ইউনিয়নত ৪ কোটি ৯০ লাখতকৈও বেছি ল'ৰা-ছোৱালী স্কুললৈ যায়। ১৯৬৯ চনত ৪০ লাখৰো ওপৰ ল'ৰা-ছোৱালী স্কুল পৰীক্ষা শেষ কৰি ওলাই আহিছে। ভাবি চাওক, বিপ্লৱৰ আগত এজন শ্ৰমিকৰ পক্ষে শিক্ষালাভৰ সুযোগ পোৱাটোৱেই আছিল সপোনৰ কথা; নিচেই কম সংখ্যকৰ কাৰণেহে স্কুলত নাম লগোৱা সম্ভৱ আছিল।

আজি ছোভিয়েত ইউনিয়নত উচ্চস্তৰৰ শিক্ষা প্ৰতিষ্ঠানসমূহত শিক্ষা পোৱা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৪৬ লাখৰো বেছি—অৰ্থাৎ প্ৰতি ১০ হাজাৰ জন মানুহৰ ভিতৰত ১৮৮ জন ছাত্ৰ-ছাত্ৰীয়ে উচ্চশিক্ষা লাভ কৰিছে।

ছোভিয়েত ইউনিয়নত শিক্ষা লাভ কৰা 'সকলৰ সংখ্যা হ'ল

সমুদায় দেশবাসীৰ তিনিভাগৰ এভাগ। এই কথাও মনত ৰখা উচিত যে ইয়াৰ উপৰিও বহুতে উপকৰা পাঠ্যক্ৰম ( ক'ৰ্ছেজ ) আৰু শিক্ষা-মূলক আলোচনা চক্ৰত ( ছেমিনাৰ ) যোগদান কৰে।

অৱশ্যে এতিয়াও বহু অসুবিধা আৰু ত্ৰুটি থাকি গৈছে সঁচা ; কিন্তু কেৱল সময়ৰ বেহ-ৰূপকে নাচাই আকাঙ্ক্ষিত লক্ষ্য সাম্যবাদৰ ফালে অনবৰত আগবাঢ়ি গৈ থকা এখন অগ্ৰগামী সমাজৰ পক্ষে ই অত্যন্ত স্বাভাৱিক কথা।



## বিদেশৰ অতিথিয়ে কোৱা কথা

ছোভিয়েত ইউনিয়নৰ জীৱনধাৰা অধ্যয়ন কৰিবলৈ অহা আৰু ছোভিয়েতৰ প্ৰতি কোনো বিৰূপ মনোভাব নথকা বিদেশী পৰ্য্যবেক্ষক-সকলে ছোভিয়েত ইউনিয়নত সংঘটিত হোৱা বিৰাট বিৰাট অৰ্থ নৈতিক আৰু সামাজিক পৰিবৰ্তনসমূহ সম্পৰ্কে অপৰিহাৰ্য্যভাৱেই প্ৰশংসাসূচক মন্তব্য প্ৰকাশ কৰি আহিছে।

ফৰাচী দেশত বাস কৰা এজন সাংবাদিক আৰু চিত্ৰ প্ৰজোযক মিঃ সাৰ্কিছ সাকিছয়ানে ১৯৬৮ চনত পেৰিচ চহৰৰপৰা "আজিৰ আৰ্মেনিয়া" নামেৰে এখন কিতাপ প্ৰকাশ কৰিছে। গ্ৰন্থকাৰ যোৱা কেইবছৰৰ ভিতৰত দুবাৰ আৰ্মেনিয়ালৈ আহিছে। তেখেতে লিখিছে :

"দেশৰ এই পূব প্ৰান্তত যেতিয়া পোন-প্ৰথম ছোভিয়েত শাসন প্ৰতিষ্ঠা হয় সেই সময়ত আৰ্মেনিয়া ধ্বংস-প্ৰায় অৱস্থাত আৰু তাৰ জনসাধাৰণ ভয়ানক এক দুৰ্য্যোগৰ সমুখত। সেই সময়ত আৰ্মেনিয়াৰ

সমুখত মুক্তিৰ একমাত্ৰ পথ আছিল ছোভিয়েত যুক্তৰাষ্ট্ৰৰ এক অঙ্গ-ৰাষ্ট্ৰ হোৱা।”

সাৰ্কিছয়ানে কলা, কৃষি, শিল্প ইত্যাদি বিষয়ে বহুতো কথাই কৈছে আৰু বিজুলী শক্তি, পানী যোগান ব্যৱস্থা, শিল্প-প্ৰতিষ্ঠান, কাৰখানা, সমূহীয়া পাম, জনসাধাৰণৰ জীৱনধাৰণৰ পদ্ধতি আৰু সাংস্কৃতিক সাফল্য আদি সম্পৰ্কে তেখেতৰ নিজা বিৱৰণীৰে এক হুবহু ছবি তুলি ধৰিছে।

তেখেতে আৰু কৈছে :

“এটা অতি প্ৰয়োজনীয় ক্ষেত্ৰ আৰ্মেনিয়াৰ শিক্ষা সম্পৰ্কে এই কথাই ক'ব পাৰি যে পৰিকল্পনাৰ সকলোবিলাক লক্ষ্যকে লাভ কৰা হৈছে। জনসাধাৰণৰ দায়িত্বত অলেখ শিক্ষা প্ৰতিষ্ঠান স্থাপিত হৈছে, সেইবিলাকৰ শিক্ষকসকল অতি সুদক্ষ আৰু পঢ়াৰ কাৰণে কোনো মাচুল দিব নালাগে। বিশ্ববিদ্যালয় আৰু কাৰিকৰী শিক্ষা প্ৰতিষ্ঠান-সমূহে কেৱল আৰ্মেনিয়াৰ কাৰণেই নহয়—ভ্ৰাতৃপ্ৰতিম গণৰাষ্ট্ৰসমূহৰ কাৰণেও বিভিন্ন ক্ষেত্ৰৰ হাজাৰ হাজাৰ বিশেষজ্ঞক উপযুক্তভাৱে শিক্ষিত কৰি তুলিছে।”

গ্ৰন্থকাৰে গভীৰ আত্মসন্তুষ্টিৰে জনসাধাৰণৰ প্ৰতি লোৱা যত্নৰ কথা উল্লেখ কৰি কৈছে :

“আৰ্মেনিয়া এখন সমাজতান্ত্ৰিক দেশ, সেইকাৰণে ইয়াৰ প্ৰধান মনোযোগ আৰু যত্ন নিবদ্ধ হ'ল দেশৰ মুখ্য মূলধনৰ কাৰণে—অৰ্থাৎ মানুহৰ কাৰণে।”

সাৰ্কিছয়ানে চিকিৎসাব্যৱস্থাৰ বিশদ বিৱৰণী দি কৈছে :

“যিমানেই আওহতীয়া ঠাই নহওক, আৰ্মেনিয়াত ডাক্তৰ নথকা কোনো ঠাই বিচাৰি পাবলৈ নাই।”

লিখকে কৈছে যে আৰ্মেনিয়ানসকলে নতুন জীৱন গঢ়ি তোলাৰ কাৰণে সকলো সুযোগকেই উপযুক্ত পৰিমাণে লাভ কৰিছে আৰু

তেওঁলোকে গভীৰ আত্মবিশ্বাসেৰে ভৱিষ্যতৰ প্ৰতি লক্ষ্য কৰিব পাৰে।

টকহমৰপৰা আন এখন কিতাপ প্ৰকাশ হৈছে—কিতাপখনৰ নাম হ'ল—"ছোভিয়েত ইউনিয়ন—এক ৰূপান্তৰিত মহাদেশ"। কিতাপখনৰ ৰচক হ'ল ৰিতা আৰু ভিক্টৰ ভিগে। তেওঁলোকে লিখিছে:

"ছোভিয়েত ইউনিয়ন হ'ল বিপ্লৱৰ জন্মভূমি। এনে দেশ নিচেই কমেইহে আছে য'ত দেশবাসীৰ অন্তৰত নিজৰ দেশৰ কাৰণে দেশ-প্ৰেম জগাই তোলাৰ কাৰণে ইমান যত্ন কৰা হয়।

"ইয়াৰ জনসাধাৰণে বীৰসকলৰ স্মৃতি নাপাহৰে, শ্ৰদ্ধাৰে সোঁৱৰণ কৰে আৰু যুদ্ধত প্ৰাণ উৎসৰ্গ কৰা বীৰ যোদ্ধাসকলৰ প্ৰতি শ্ৰদ্ধাৰ তৰ্পণ জনায়। এই কথাটো বিশেষভাৱে অনুভৱ কৰা যায় যেতিয়া মস্কোৰ ৰেড স্কোৱাৰত হাজাৰ হাজাৰ জনতাৰ লগত লেনিন স্মৃতি-সৌধত সোমোৱাৰ কাৰণে শাৰী পাতিব লগা হয়। বিপ্লৱ-মহান মাতৃভূমিৰ নেতাৰ প্ৰতি শ্ৰদ্ধাঞ্জলি জনোৱাৰ উদ্দেশ্যে ইয়ালৈ অগণন জনতাৰ সমাগম হয়।"

দুয়োজন লেখক-লেখিকা ছোভিয়েত ইউক্ৰেইনলৈ গৈছিল। ছোভিয়েত ইউক্ৰেন সম্পৰ্কে তেওঁলোকে লিপিবদ্ধ কৰা বিৱৰণীত এইদৰে কৈছে:

"ইউৰোপৰ অন্যান্য দেশৰ তুলনাত ইউক্ৰেন আজি এক মহান শক্তি। ইউক্ৰেনৰ পৰিধি ইউৰোপৰ যিকোনো দেশতকৈ ডাঙৰ আৰু ইউক্ৰেনৰ বহু শিল্পই ইউৰোপৰ দেশসমূহৰ তেনে শিল্পৰ লগত সফল প্ৰতিযোগিতা চলাব পাৰে।

"উইক্ৰেনে তাৰ কাৰখানাবোৰত বছৰি ৪ কোটি টন তীখা, ৯ কোটি ২০ লাখ টন লোহা আৰু খনিৰপৰা প্ৰায় ২০ কোটি টন কয়লা উৎপাদন কৰে। অন্যান্য গণৰাষ্ট্ৰসমূহে ব্যৱহাৰ কৰা প্ৰায়খিনি

ট্রাক্টৰ আৰু প্ৰায় সমুদায় ভাপৰ ইঞ্জিন ইউক্ৰেনতে তৈয়াৰ হোৱা। দেশত যিমানখিনি শস্য, মাংস, আৰু দুগ্ধজাত সামগ্ৰীৰ প্ৰয়োজন হয় তাৰ বিপুল অংশ আৰু প্ৰয়োজনীয় চেনিৰ প্ৰধান ভাগ ইউক্ৰেনতেই উৎপন্ন হয়।"

ৰচয়িতা দুজনে মস্কো সম্পৰ্কে কৈছে :

"মস্কোক সদায়ে এখন ডাঙৰ গাঁও হিচাপে ধৰি লোৱা হৈছিল। ইয়াৰ কলা-কৌশলে লেনিনগ্ৰেডৰ বিশেষত্বপূৰ্ণ কৌশলৰ সূক্ষ্মতাৰ (ফাইননেছ) গৌৰৱ কৰিব নোৱাৰে। মহানগৰীখন কেউফালে বিস্তৃত হৈ পৰিছে আৰু দেখাত বিশেষত্বহীন যেন অনুমান হয়। তথাপি এই নগৰীত দেশৰ কলাকৌশলৰ আশ্চৰ্য্যজনক সাফল্য ক্ৰেমলিন আৰু ৰেড স্কোৱাৰ সদা সৰ্বতি কাল থাকি আহিছে।

"স্বভাৱতেই নতুনকৈ সজা সকলোবিলাক নতুন অট্টালিকাই নগৰৰ আশে-পাশে সজা হৈছে। কিন্তু মহানগৰীৰ মাজ অঞ্চলতো পুৰণিকলীয়া ঘৰবিলাক ভাঙি পেলোৱা হৈছে; তাৰ ঠাইত আজি নতুন নতুন অট্টালিকাশ্ৰেণী মূৰদাঙি উঠিছে। ঠাইবিশেষৰ ওপৰত নিৰ্ভৰ কৰি অট্টালিকাবিলাক ৯, ১২, বা ১৪ মহলীয়া কৰি সজা হৈছে। কিন্তু নতুন নতুন অঞ্চলত মানুহৰ বসতিৰ কাৰণে সজা ঘৰবিলাক ১৮ মহলাৰপৰা ২০ মহলা হোৱাটোকে মানুহে বিচাৰে।

"আজি ছোভিয়েতৰ মানুহৰ বসতিৰ কাৰণে এক বিৰাট পৰিমাণ এলেকা জুৰি ঘৰ সজা হৈছে—প্ৰতি বছৰে সজা ঘৰৰ সংখ্যা হ'ল ১ লাখ ২৫ হাজাৰৰপৰা ১ লাখ ৫০ হাজাৰৰ প্ৰধানতঃ দুই বা তিনি কোঠলীয়া ঘৰ। অৱশ্যে সমূহ ছোভিয়েত জনগণৰ কাৰণে প্ৰয়োজনীয় বাসস্থানৰ সমস্যা সম্পূৰ্ণৰূপে সমাধান কৰিবলৈ আৰু বহু বছৰৰ প্ৰয়োজন হব। ১৯১৭ চনৰ তুলনাত এতিয়া মানুহমূৰি থকা ঘৰৰ পৰিমাণ হৈছে দুগুণ।

যিসকলে পঞ্চম দশকৰ ভিতৰত মস্কো দেখিছিল আৰু এতিয়া ৬ষ্ঠ দশকত পুনৰ দেখিছে সেইসকলৰ কাৰণে নগৰখন চিনি পোৱাই টান হৈ পৰিছে।

বৰ্তমান মস্কো পৃথিৱীৰ আটাইতকৈ উজ্জ্বল, সুন্দৰ আৰু আধুনিক মহানগৰীসমূহৰ অন্যতম হৈ পৰিছে।"



## আন্তৰ্জাতিক ঘটনা

১৯৭০ চনত লেনিনৰ জন্ম শতবাৰ্ষিকী উদ্‌যাপন কৰা হ'ব।

মাৰ্ক্স আৰু এঙ্গেলছৰ বিপ্লৱী শিক্ষাক আগ বঢ়াই লৈ যোৱা লেনিনে সমুদায় আধুনিক ইতিহাসকে প্ৰভাৱান্বিত কৰি তুলিছে। লেনিনেই ছোভিয়েত ইউনিয়নৰ কমিউনিষ্ট পাৰ্টি প্ৰতিষ্ঠা কৰিছিল, ১৯১৭ চনৰ অক্টোবৰ বিপ্লৱৰ নেতৃত্ব কৰিছিল আৰু পৃথিবীৰ প্ৰথম সমাজতান্ত্ৰিক ৰাষ্ট্ৰৰ গুৰি বঠা ধৰিছিল। বিশ্ব পৰিস্থিতিৰ অগ্ৰগতিত লেনিনৰ ধ্যান-ধাৰণাৰ যি বিপুল প্ৰভাৱ পৰিছে সেয়ে লেনিনক অমৰ কৰি তুলিছে।

ছোভিয়েত কমিউনিষ্ট পাৰ্টি আৰু সমুদায় ছোভিয়েতবাসীয়ে এই শতবাৰ্ষিকী পালন কৰিব আৰু শতবাৰ্ষিকী পালনৰ আটাইতকৈ উত্তম পথ হ'ল কমিউনিষ্ট সমাজ গঢ়ি তোলাৰ কাম আগবঢ়াই নিয়া।

সমগ্ৰ দেশে প্ৰনিনালসভাৱে কাম কৰি গৈছে। বিৰাট বিৰাট

নির্মাণ কেন্দ্র, কাৰখানা, চৰকাৰী আৰু যৌথ পাম নাইবা গৱেষণা-গাৰ সকলো ঠাইতেই জনসাধাৰণে এই জাতীয় প্ৰচেষ্টাত নিজৰ নিজৰ অৱদান ।। বঢ়াইছে।

ছে ম্নতবাসীয়ে লেনিনৰ নামৰ লগত জড়িত সকলোবিলাক ঠাইকো অতি শ্ৰদ্ধাৰে সৈতে ৰক্ষা কৰিছে। লেনিনৰ জন্ম ঠাই উলিয়ানভস্কত বিৰাট ধৰণে: গঠনমূলক কাম হবলৈ ধৰিছে আৰু নগৰখনৰ চেহেৰা সম্পূৰ্ণভাৱে সলনি কৰি তুলিব।

লেনিনৰ নামৰ: লগত· জড়িত অন্যান্য ঠাইতো স্মৃতি সৌধ গঢ়ি তোলা হৈছে আৰু ছোভিয়েত কমিউনিষ্ট পাৰ্টি আৰু লেনিনৰ কাৰ্য্য-কলাপ সম্পৰ্কে জনসাধাৰণক বিশদভাৱে জনোৱাৰ কাৰণে প্ৰদৰ্শনীৰ ব্যৱস্থা কৰা হৈছে।

লেনিনৰ গ্ৰন্থসমূহ ব্যাপকভাৱে অধ্যয়ন কৰা হয়। এই কথা কলেই যথেষ্ট হব যে ছোভিয়েত ইউনিয়নত একোটা সংস্কৰণত লেনিনৰ গ্ৰন্থ ৩০ কোটি পৰ্য্যন্ত ছপা কৰা হয়। লেনিন শতবাৰ্ষিকীৰ দিন যিমানে চমুৱাই আহিছে লেনিনৰ লিখাসমূহৰ প্ৰতিও মানুহৰ আগ্ৰহ সিমানেই বাঢ়ি আহিছে। ছোভিয়েত প্ৰকাশন ব্যৱস্থাসমূহে লেনিনৰ লিখা আৰু শিক্ষা সম্পৰ্কে নতুন নতুন গ্ৰন্থ প্ৰকাশ কৰিবলৈ ধৰিছে। সংবাদপত্ৰ আৰু আলোচনীসমূহে লেনিন সম্প:কীয় ঘটনা আৰু তথ্য ব্যাপকভাৱে প্ৰচাৰ কৰিবলৈ লৈছে।

ছোভিয়েতৰ বুদ্ধিজীৱীসকলে, বৈজ্ঞানিকসকলে, লিখকসকলে, কবি-গায়কসকলে, কলাকাৰ আৰু চলচ্চিত্ৰ শিল্পীসকলে এই শতবাৰ্ষিকীত তেখেতসকলৰ নিজৰ নিজৰ যোগ্য অৱদান আগ-বঢ়োৱাৰ কাৰণে যৎপৰোনাস্তি প্ৰচেষ্টা চলাইছে।

এই শতবাৰ্ষিকী ছোভিয়েত ইউনিয়নত সমগ্ৰ দেশ জোৰা এক মহান আনন্দ উৎসৱৰ মেলা হব আৰু ই কমিউনিষ্ট পাৰ্টিৰ নেতৃত্বত লাভ কৰা সাফল্যসমূহৰ প্ৰদৰ্শনীস্বৰূপ হব।

লেনিন শতবাৰ্ষিকী পালনৰ কাৰণে পৃথিৱীৰ বহু দেশতেই প্ৰস্তুতি চলিব লাগিছে : সেই কাৰণে আমি লেনিন শতবাৰ্ষিকীকে পৃথিৱীৰ সমুদায় দুখকাৰী জনসাধাৰণৰ কাৰণেই এক মহান উৎসৱৰ দিন বুলি কব পাৰোহঁক।

# চিত্ৰ নিৰ্দেশ


প্ৰথম অধ্যায় : উলীয়ানভ পৰিয়াল

দ্বিতীয় " : ৰাজনৈতিক পাঠচক্ৰ পৰিচালনা কৰিছে

তৃতীয় " : ছাইবেৰিয়াৰ ছোছেনস্কোয়েত নিৰ্বাসনকালত

চতুৰ্থ " : ১৯০৩ চনত কছ ছচিয়েল ডেমক্ৰেটিক লেবাৰ পাৰ্টিৰ দ্বিতীয় কংগ্ৰেছত ভাষণদান

পঞ্চম " : ১৯০৫ চনৰ ১৩ নৱেম্বৰত ছেণ্ট পিটাৰ্ছবাৰ্গ শ্ৰমিক প্ৰতিনিধিসকলৰ ছোভিয়েতৰ অধিবেশনত ভাষণ দিছে

ষষ্ঠ " : গভীৰ চিন্তাত মগ্ন

সপ্তম " : "যুদ্ধৰ বিৰুদ্ধে যুদ্ধ !"

অষ্টম " : অক্টোবৰত ভি. আই. লেনিন

নৱম " : ক্ৰেমলিনত স্বেচ্ছাকৃত শ্ৰম-কাৰ্য্যত

দশম " : ঔপনিবেশিক জনগণৰ এক প্ৰতিনিধিদলক অভ্যৰ্থনা জনাইছে

একাদশ " : মস্কোৰ লেনিন সমাধি-মন্দিৰত শাৰী শাৰী দৰ্শনাৰ্থী

দ্বাদশ " : আজিৰ মস্কোৰ কালিনিন এভিনিউ

ত্ৰয়োদশ " : 'ছোভিয়েত দেশ' নেহৰু বঁটা বিজয়ীসকলে ছোভিয়েত ৰাজধানীৰ ঐতিহাসিক স্থানসমূহ চাইছে

চতুৰ্দশ " : ১৯৬৯ চনৰ জুন মাহত অনুষ্ঠিত কমিউনিষ্ট আৰু ওৱাৰ্কাৰ্ছ পাৰ্টিসমূহৰ আন্তৰ্জাতিক সন্মিলনৰ অধিবেশনৰ এক দৃশ্য